# বলম্

ক্ষিতি বৰা



গুৱাহাটী বুক ষ্টল

শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩ : দিছপুৰ, গুৱাহাটী-৭৮১০০৬



**BALAM**

*A Novel with rural background written by Kshiti Bora, and Published by Bangshidhar Sarmah. M/s. Gauhati Book Stall, Gauhati-781003. Price Rupees Five only.*



॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : চেপ্টেম্বৰ, ১৯৭৬ চন ॥

॥ বেটুপাতৰ ছবি : গুৱাহাটী আৰ্টিষ্ট গীল্ড ॥

॥ ছপা : শ্ৰীৰণজিৎ কুমাৰ চামুই ● ভাস্কৰ প্ৰিণ্টাৰ্চ ● কলিকতা-৬ ॥

॥ বন্ধা : শ্ৰীশিবসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ॥

॥ মূল্য : পাঁচ টকা মাথোন ॥

এয়া যাৰ প্ৰাণৰ কথা, সেই
গাৱঁলীয়া ভাই-ভনীসকলৰ হাতত
"বলম্" অৰ্পণ কৰিলোঁ।

## নিজা কথা—

মুকলি আকাশৰ মুকলি বতাহত, ফুলৰ পাহিৰে, পখিলা পাখিৰে চৰাইৰ মাতেৰে সপোনসনা, মায়ালগা গাৱঁৰ বুকুত হাজাৰ জীৱনে পাহি মেলিলে, হাজাৰ জীৱন ফুলৰ পাহি মৰহি গ'ল। আঘোনা, বলোৰাম, চেনেহী, দেহমাইহঁতৰ জীৱন ফুলৰ পাহিও সময়ত লেৰেলি যাব। মনবৰ গায়ন, দধিৰাম বায়নহঁতৰ দিন হয়তো উকলি আহিছে। সৰুল'ৰা, কণল'ৰা, পুতুলহঁত নতুন পুৰুষ কিন্তু নিবীৰ্য্য। গাৱঁৰ ভবিষ্যতটোও সেয়ে সন্দেহযুক্ত। "বলম"ত তেনে কিছুমান কথাকে দাঙি ধৰা হৈছে।

গাৱঁৰ কথা, গাৱঁৰ ভাষাৰেই কৈ চাব খুজিছোঁ। এয়া মোৰ পৰীক্ষামূলক প্ৰচেষ্টাহে। "কছাৰীবাৰীৰ ঘাট" এৰি চেনেহী গাওঁখনলৈ আহিছোঁ। "বলম"ৰ যোগেৰে, মৰম বিচাৰি মৰম আকলুৱা মনটোৱে আপোনাক খন্তেক আমনি কৰিব খুজিছে। সেয়ে পাৰিশ্ৰমিক, সেয়ে মোৰ পাথেয়। বঞ্চিত নহম কিজানি? ইতি—

**ক্ষিতি বৰা**

সন্ধিয়াৰ ছাঁ পৰি ক'লা হৈ অহা ধাননি পথাৰখন লাহে লাহে নিজম পৰি আহিছে। হাবিৰপৰা ওলোৱা জাককৰা মহৰ কোঁ-কোঁৱনিটো ক্ৰমে বাঢ়ি আহিব ধৰিছে। চেৰেপাবোৰো বৰকৈ পৰিছে। অকলে বনাই ফুৰা শৰালিযোৰো বাহত পৰিলগৈ। বগলীজাক উৰি উৰি দিগন্তৰ সিপাৰে হেৰাই গ'লগৈ। আবেলি বেলিয়ে সোণালী কিৰণ সিঁচি মনোৰম কৰা শালিধানৰ পাতত এতিয়া নিয়ৰ কণা সৰিব। দিনৰ ভাগত সপোন সপোন লগা বহল পথাৰখন বেয়া লগাকৈ বিঙা হৈ পৰিব।

দূৰলৈ, বহু দূৰলৈকে হেঁপাহেৰে চাই থাকি আঘোণাই চকু ঘুৰাই আনিলে। ম'হটোৱে পিচ ঠেং এটা জোৰেৰে পানীত মাৰি দিলে।

দাঁহ পৰিছে চাগৈ: আঘোণাই ভাবিলে।

হেট্টু-টু হেট: মাছৰোকা চৰাই এটাই মাতিলে।

ম'হে কামোৰেই নমৰা হ'ল। মূৰ দাঙি ম'হহালে ইফালে সিফালে চালে। বিড়ি এটা জ্বলাই লৈ আঘোণাই ম'হটোক ভৰিৰে গদিয়াই দিলে—যা, যা। নেজেৰে চাটি এটা মাৰি উঠি থকা ম'হটোৱে আগলৈ খোজ চলালে। নাকিডালত টান লগাত ভৰিত লোৱা মেনা ম'হটোৱে ধীৰে ধীৰে খোজ চলাই আগৰটোক অনুসৰণ কৰিলে।

"কোন অ' সেইটো?" ম'হৰ পিঠিৰপৰাই আঘোণাই বিঙিয়ালে। পানীত জপং জপংকৈ ছুটামান শব্দ হ'ল।

"কোন হেই, নামাতা কিয়?" আকৌ চিঞৰিলে।

'মই।"

"কোন মই? বাৱনিত কি কৰিছা?"

"চেপা এটা পাতিছোঁ অ'! তই হবলা ম'হ নিয়াই নাই আঘোণা?"

"এই সক দেদাইহে! মই আকৌ বোলোঁ..."

"তইঁতৰ বাও ডবাত মাছ এমখাই চপ্‌চপাই আছে। সেয়েহে..."

"খণ্ডটো খুলি দিলা নেকি দেদাই?"

"একো নহয় দে। তইঁতৰ পথাৰ পানীৰে ফিন্দ খায়েই আছে। আমাৰ ফালেহে হ'ল আৰু। মৰিত্তলীৰ পথাৰখন যাব যেনেই পাইছোঁ।"

"ৰৰযুণ হব দিয়া, সৌ কেইটা নেদেখিছা।" আকাশৰ সীমনাত ক'লা হৈ থকা পানীগছা কেইটালৈ আঘোণাই আঙুলিয়াই দেখুৱালে।

"জানো বোপাই, প্ৰভুৱেহে জানে আৰু।" মনবৰ গায়ন পথকৰা আলিটোলৈ উঠিল। মূৰত মৰা গামোচাৰ পাগটো খুলি গাটো মোহাৰিলে।

"চেৰেপাবোৰচোন ৰৰকৈ পৰিছে। এঁ সেয়া বত্তৰৰ গাজনি হেন শুনিলোঁ একা?"

"তাকেইতো কলোঁ, ৰৰযুণ হব কিজানি।" আঘোণাই উত্তৰ দিলে।

"কোন দিশে গাজিলে গম ধৰিলিনে?" উলাহত গায়নে পশ্চিমলৈ চালে।

"নৈখনৰ ফাললৈ দেদাই!" আঘোণাই সঠিকভাবে ক'লে।

"তেতিয়া হলে আশা এৰ, বোলে, দখিণে গাজে খৰলৈ, বুঢ়াই ছোৱালী আনে পৰলৈ। মস্ত খৰ হব বুইছ?"

"জোনৰ মুখত মৰল এটাও কালি দেখিছিলোঁ দেদাই।"

"এইযোৰেই অমঙ্গল আৰু।" গায়ন আকৌ পানীৰ ঘুঁৱলিলৈ নামি গ'ল। আঘোণাই পানীৰ বলমটোলৈ ম'হহাল নমাই দিলে।

"ময়ো গৈছোঁ বহ।" ভবি তুখন কোবাকুবিকৈ আওখালি মেনা ম'হটোৰ পিঠিত মনবৰ গায়ন জঁপিয়াই উঠিলহি। ম'হে ঘৰলৈ খোজ চলালে। আঘোণাই বিড়িৰ শেষৰ অংশত হোপা মাৰিলে।

"চাওঁ ৰাখচোন ম'হটো। চাধা এহোপা খাওঁ।"

আঘোণাই ম'হৰ নাকি টানি ধৰিলে। ম'হটো বৈ গ'ল। ভবিত লোৱা ম'হটোৱে আগবাঢ়ি আহি আগৰটোৰ গাত গা ঘঁহালেহি। আঘোণাৰ হাতৰপৰা বিড়িৰ টুকুৰাটো লৈ গায়নে কাণৰ লটিত হাত দিলে। আধা খোৱা চাধা এটুকুৰা উলিয়াই আনি বিড়ি টুকুৰাত লগাই দীঘল দীঘলকৈ হুপিবলৈ ধৰিলে।

"ছেঃ খোঁৱাই নোলায়চোন?"

"সেমেকিল হবপায়!"

গাৱঁৰ নামঘৰৰপৰা ডবাৰ কোব কিছুমান উটি আহিল। গুডুম—গুডুম—ডুম—ডুম—ডুম।

"কিঙ্ক! কিঙ্ক!!" গায়নে নাম ললে। আঘোণাই ম'হটোক লাখু-টিডালেৰে লাহেকৈ মাৰ এটা লগাই দিলে। ম'হে খোজৰ গতি বঢ়ালে।

"নাট এখন মেলিব খুজিছে নহয়, শুনিছনে নাই?"

"সূত্রধাৰী মোমায়ে কোৱা শুনিছোঁ। গুৰুজনাৰ তিথিতহে পাতিব হবলা?"

"থ, থ, নাট এখোন মেলায়েই নাই। তিথি আকৌ পালেছিয়েই। সংকাতি মানলৈহে নিব লাগিব।"

অলপ সময় টলকা মাৰি গায়নে আকৌ আৰম্ভ কৰিলে: "আমাৰ দিনৰ কথা আকৌ বেলেগ দেই। এতিয়াৰ ল'ৰাইঁতৰ এইবোৰৰ চৰ্চায়েই নাই। পাৰিবিহঁক ক'ৰপৰা? বিলাপ, পয়াঁৰ, মুক্তাৱলী, মধ্যাৱলী মাতিব পৰা ল'ৰানো কেইটা দেখিছ অ'?" গায়নে আকৌ কিবা এটা ভাবিলে। এবি অহা দিনবোৰলৈ হয়তো মনত পৰিল। খকৈ কাহ এটা মাৰি ডিঙিটো পৰিষ্কাৰ কৰি লৈ মুক্তাৱলী এটা আৰম্ভ কৰিলে।

"এহি মতে সীতা পটেশ্বৰী, কান্দে শ্ৰীৰামৰ গুণ স্মৰি······"

ম'হৰ খোজৰ গতিটোলৈ লক্ষ্য ৰাখি গায়নে গীতৰ সুৰত প্ৰাণ ঢালি দিলে। আঘোণাই একান্ত মনেৰে গীতটো শুনিলে। সৰু দেদাইৰ আগদাঁতকেইটা নসৰা হলে মুক্তাৱলীটো আৰু বঢ়িয়া লাগিলহেঁতেন। আঘোণাই ভাবিলে। তাৰো ৰবকৈ গাবৰ মন গৈছিল—"তুমি প্ৰাণেশ্বৰী, সবাতকৈ সুন্দৰী, ললা ফুলেশ্বৰী নাম।"

নেজেৰে কোব এটা মাৰি ম'হটো হঠাতে বৈ গ'ল। ভৰিৰে গাদি এটা মাৰি আঘোণাই যাবলৈ ইঙ্গিত দিলে। মেনা ম'হটোৱে হাবিডৰালৈ চালে। শিয়াল-চিয়াল কিবা দেখিছে চাগৈ? সি ভাবিলে।

আকৌ যাওঁ-নাযাওঁকৈ ম'হে খোজ ললে। ম'হ গাৱঁত সোমালগৈ।

"যাওঁ দে আঘোণা।" মনবৰ গায়ন ম'হৰপৰা নামিল।

"যোৱাঁ বাৰু। কালিলৈ খণ্ডটো কিন্তু ভালকৈ মাৰি থবাগৈ।"

"মাৰিম দে।" গায়নে নঙলাডাল পুনৰ লগাই থৈ ঘৰলৈ সোমাল। আঘোণাই ম'হ নি ডাবত নমালে। মনৰ আনন্দত ভৰিৰে বোকাৰ চাটি মাৰি নিশাটোৰ বাবে গাটো নিৰাপদে বোকাত সুমাই দি ম'হ হুটাই ভৰিৰে শব্দ কৰি দিলে। পিচ-দুৱাৰেদি আঘোণা ভিতৰ সোমাল।

ভকন গাৱঁৰ বুকুলৈ সন্ধিয়া আহিল। বুঢ়া নামঘৰত ডবা কোবাই নাম লগোৱাই সন্ধিয়া আদৰিলে। ৰবমেধিয়ে গোসাঁই ঘৰত ধূপ-ধূনা জ্বলাই ভোৰ্‌তালেৰে প্ৰসঙ্গ আৰম্ভ কৰিলে। টলৌ-তপৌকৈ ঘূৰি ফুৰা ল'ৰা-ছোৱালীবোৰ ঘৰে ঘৰে গোট খালেহি। পথাৰে-সমাৰে, দিহিঙে-দিপাঙে ঘূৰি ফুৰা মুনিহ-তিৰোতা ঘৰলৈ উলটিল। হাঁহি-মাতেৰে গাৱঁৰ পঁজাঘৰ মুখৰিত হ'ল।

দুই-এটাকৈ ডেকা ল'ৰা পদূলিলৈ ওলাল। লগ-সমনীয়া দুই-এটাকৈ ডেকাচাঙত গোট খালেহি। কথা-বতৰা, হাঁহি-খিকিন্দালিৰ

উকমি উঠিল। দুই-এটা ঢেঁকীত চাব পৰিল। দুই-এজাক কুকুৰৰ ভুক্‌ভুকনিত নিশাৰ নীৰৱতা ভাগিল।

কাৰোবাৰ ঘৰত তাচ-পাশা আৰম্ভ হ'ল। কাৰোবাৰ জুহালৰ কাষত হৰিভকতসকলে ভাওৰ কুটনি উলিয়ালে। কোনোবাই কাৰোবাৰ ঘৰলৈ আপোন মনে বাট ললে। দিনটোৰ নানা কথা, নানা কামৰ, নানা ঘটনাৰ খটিয়ান উলিওৱাৰ সময়। দিনৰ শ্ৰম উটুৱাই দিয়াৰ সময়। নিঃসঙ্গভাবে বহি থাকি ভাল নলগাৰ সময়।

ম'হহাল ডাবত পেলাওঁতেই আঘোণাৰ মনত পৰিছিল চেনেহীহঁতৰ ঘৰলৈ। বয়সৰ বা' লাগি ৰূপহী হোৱা চেনেহীৰ হাঁহিত সেইদিনা আবেলি সি ৰূপ দেখিছিল। চেনেহীৰ চকুত যৌৱনৰ ইঙ্গিত পাইছিল। ম'হ-গুৱাল মনটো পিছলি পৰিছিল। তাৰ পিচত চেনেহীহঁত ঘৰ সোমাল। পথাৰলৈ গাভৰুজাক নোলোৱা হ'ল। পথাৰখন যেন আকৌ নিষ্প্ৰাণ হৈ গ'ল। ৰোৱনী-দাৱনীৰ কাষে কাষে ম'হ চৰাই অনাই-বনাই ফুৰাত আনন্দ আছে। ছোৱালীৰ চকুত চকু থৈ মনৰ কথা পতাত তৃপ্তি আছে। পথকৰা হাঁচতিৰ মৰম সনা তামোলখনত স্বকীয়া সোৱাদ আছে। গাভৰু জীয়ৰী পথাৰলৈ ওলালেহে পথাৰখন শুৱনী হয়। এতিয়া কিন্তু পথাৰত থাকি ভাল নলগা হৈছে।

"এ আই, আজি দেখোন হাইঠক্ মাটিত পৰিল?"

চেনেহী বহাৰপৰা একেচাৰেই উঠি আহিল। পীৰা এখন আনি আঘোণাক বহিবলৈ দিলে।

"নহা মামুহচোন?" চেনেহীৰ চকুত উলাহৰ ভাব এটা বিৰিঙি পৰিল।

"অহা মানুহেই সদায় আহি থাকিব লাগেনে ?" পীৰাত বহি আঘোণাই চেনেহীৰ মুখলৈ চালে।

*"এৰা আমাৰ আকৌ ককাই-ভাই নাই নহয় ! ল'ৰাৰ লগলৈহে ল'ৰা যায়।"*

"কেতিয়াবা আকৌ ছোৱালীৰ লগলৈকো ল'ৰা যায় দেই, জানি থবি।" কথাষাৰ কৈ আঘোণাই ভিতৰৰ ফালে পঁজাল ললে। কোনোবা আছে নেকি ভাবিলে। চেনেহীয়ে উত্তৰ এটা উলিয়াই মনতে লুকুৱাই থলে।

"বহচোন ককাইটি। পিতায়ো গোসাঁই ঘৰৰপৰা আহিবৰ হৈছে। পানী অকণকে তপতাওঁ।"

"নালাগে দে, মই যাওঁৱেই।"

"কিয় আকৌ ? ঘৰলৈ অহা আলহীক সুদামুখে পঠিয়াব নাপায় নহয়। বহচোন।"

"তামোল-চালিকে এখন দে তেন্তে। চাহপানী গৰমাব নালাগে এতিয়া। পিচে-পৰেও খামহি।"

"ইচ্ আহিবি নহয় চাহ খাবলৈ ?"

"আমনি নাপালে আহি থাকিব পাৰোঁ।" কথাষাৰৰ উত্তৰ বিচাৰি চেনেহীৰ মুখলৈ চালে।

"আহিবিচোন।" চেনেহীয়ে তলমূৰ কৰিলে।

"কিবা লগাৱ নেকি ?"

"ওঁ, কাপোৰ এজুটি লগাওঁ বুলিছোঁ। পানী গামোছা এখনেই নাই। কালিলৈকে বাতি কৰিব লাগে। উঘা এচোন লৈ হোৱাই নাই।" তামোলটো কাটিবলৈ লৈ চেনেহীয়ে নিজে নিজে কৈ গ'ল।

তামোল এখন মুখত ভৰাই আঘোণাই বিড়ি এটা জ্বলালে। ধোঁৱা এহোপা চেনেহীৰ মুখৰ ফাললৈ উলিয়াই দিলে। খেমালি বুজি চেনেহীয়ে মুখ টিপি হাঁহিলে।

"যাওঁ দে।" আঘোণা চোতাললৈ ওলাল।

গোসাঁই ঘৰৰপৰা ওলাই আহি সকৰাম নাম লগোৱাই মাজ চোতালতে চকামকাকৈ আঘোণাক দেখা পালে।

*"কোন সেয়া ?" ভোটা চাকিটো ওপৰলৈ দাঙি নাম লগোৱাই সুধিলে।*

"মইহে বৰপিতাই।" কোমল সুৰে আঘোণাই উত্তৰ দিলে।

"আঘোণা ?"

"ওঁ।"

"কলৈ আহিছিলি ?"

"মৈ টকাটো অনা বুলি শুনিছিলোঁ। কালিলৈ সৰিয়হ তলীলৈ হাল নিম বুলিছোঁ। সেয়েহে বিচাৰ ওলাল।"

"আনিছিলোঁ হয়; পিছে দিলোঁগৈ নহয়।" নামলগোৱা আঘোণাৰ ওচৰ চাপি আহিল।

"কাম এটা কৰি দিবিনে আঘোণা ?"

"কি কামনো বৰপিতাই ? পৰা কামখননো কৰি নিদিমনে ?"

"নাঙলটো সিদিনা ভাগি থাকিল অ'। মাহতলীত জুৰিবলৈকে নাই। নাঙল এটা চাঁচি দিব লাগে।"

"কাঠ হব জানো ?"

"পমা কাঠ এছেও আনি থৈছোঁ। দুঘাপ মাৰোঁতেই কঁকাল লাগিল, তাতেই পৰি থাকিল। পাঠেকৰ ঘৰৰ চাঁচখনো আনি থৈছোঁ।"

"হব তেন্তে। কালিলৈকে এসময়ত চাঁচিমহি। বুঢ়া মানুহটোৱেনো এইবোৰ কাম কৰিব লাগিছে কিয় ? আমি ডেকাবোৰ মৰি গৈছোঁনে ভাবলৈকে।"

"তোক ক'ম ক'ম বুলিয়েই আছিলোঁ। ভালেই হ'ল তেও ঘৰতে ওলালিহি বোপাই। তামোল-চাদি কিবা খালিনে নাই আকৌ ?"

"খালোঁ বৰপিতাই, এতিয়া যাওঁহে।"

"যা বাক। কথাটো আকৌ নাপাহৰিবি।"

উপজি পুৱাতে চেনেহীয়ে তাঁত বাটি কৰিবলৈ আৰম্ভ কৰিলে।

চকু-মুখ মোহাৰি বাটলৈ ওলাই কপাহীয়ে চেনেহীক মাত দিলে :
"কি লগাৱনো চেনেহী ?"

"গামোছা এজুটি অ' বাইদেউ ! ক'লৈ যাৱনো ?"

"এ নকবি আই ; ল'ৰাটোৰ কিবা বোলে নে সূকুয-কপালি হৈছে। কেতেকী মাহীৰ ঔষধ এপালি আনোগৈ। কাউৰী-কুকুৰ মাটিত নপৰোঁতেই সানিব লাগে। বেলিয়েই হ'ল। যাওঁচোন, বাহি বন এচোন কৰায়েই নাই।"

"যা তেন্তে।" চেনেহীয়ে চোতালৰ এমূৰৰপৰা আনটো মূৰলৈকে চিৰিটোৰে জুখি জুখি আঁচ মাৰিলে।

"কেইখন লগাব হঁয় ?" দেহমাই আহি চোতালত থিয় হ'লহি।

"দহখন মান লৈছোঁ। জপা আকৌ উদঙেই হ'ল নহয়।"

"আগৰ সোপা ঢুকালেই নে ?" দেহমায়ে আচৰিত হোৱাৰ দৰে সুধিলে।

"মুঢুকালেনো লগাওঁনে ?"

"থ থ আই হে, তেনে কথা কবলৈ নাহিবি। জপা ভৰালিয়েই চাঁগৈ। ফাকিনো দিয় কাৰ আগত। আমি কিবা চুৰ কৰিবলৈ যামনে ?"

"তয়ো ভাল দে দেহ, আগলৈ জানো নালাগে ?"

"অ' কথা তেন্তে ক'ৰবাত ?" ছুয়োজনীয়ে ৰস উলিয়াই হাঁহিলে। কামৰ সময়ত চুপতি কৰিবলৈ চেনেহীয়ে মন নকৰিলে। গড় এডাল আনি উঘাকেইটা মৰিয়াই মৰিয়াই পুতিলে। লবালৰিকৈ ছুকাঢ়নি-মান আনিহে ৰাচখনলৈ মনত পৰিল।

"চাওঁ দেহ, ৰাচখনকে ছুবিহামান লেখচোন।" আকৌ কেইকাঢ়নি-মান আনিলে। কণমায়ে খুটিটোৰ কাষত বহি সূতাখিনি আঙুলিৰে কেৰ লগাই দিলে। ৰাচৰ কেইকনিমান লিখি দেহমাই যাবলৈ ওলাল।

"এইখন ইয়াতেই থৈছোঁ হঁয়। চলাবৰ হলে মাতিবি।" দেহমায়ে ঘৰলৈ খোজ ললে।

"অকলেই এইখিনি পাৰিবি নহয় ?"

"যাবগৈ নেকি ?"

"আহিম গৈ বেগতে।"

"যা তেনেহলে।" কণমায়ো গ'লগৈ।

গাইছুনি পৰেই হ'লগৈ। কাঢ়নিখন সোলোকাই থৈ চেনেহীয়ে বাচখন ভৰালে। ছুপৰীয়া বেলি লাহি দিলে। দেহমাই, কণমাই, কপাহী বাইটিহঁত ওলালহি। আটাই কেইজনীয়ে লাগি ভাগি বাচখন চলালে।

"তামোল এখনকে খাই যা বাইটি।"

"দে তেন্তে, মুখে সিৰসিৰায়েই আছে।"

"তোৰ পুতলযোৰ দিবি দেই বাইটি।"

"জানো এথোন আছেনে নাই। চাব লাগিব আকৌ।"

"কণমাইৰ গৰকাযোৰ আছে নহয়। তোৰতো কাপোৰ ওলালেই ?"

"আনিবি।"

"আমাৰ আকৌ বৌ মৰাৰ পিচতে সেইবোৰ থানে বানে গ'ল। মতা মানুহটোৱেনো এইবোৰৰ কি ভু পায় ?"

"হব দে। তোৰ নাই, গুচৰ-চুবুৰীয়াৰ আছে নহয়।"

"গুচৰ-চুবুৰীয়াই আকৌ দিলেহে হৈছে। তৰামাইকে নেদেখিলি। টোলোঠাটো খাই পেলালোঁহেঁতেন জানো ? নিদিলে নহয়।"

"সেই পৈয়েকৰ মূৰখাতীজনীক নো বিচাৰগৈ কিয় ?" চুটি নাকটো সামান্যভাবে কোঁচ খুৱাই দেহমায়ে কলে। কপাহীয়ে পীৰাখন তুলি বেৰত আওজাই থলে।

"নাযাৱহঁক নে ?"

"নগৈ ইয়াতেই বহি থাকিম নে ?" কণমাই আৰু দেহমায়ো বহাৰ-পৰা উঠিল। চেনেহীয়ে বটাটো সামৰি ভিতৰৰ ফালে আঁতৰাই থলে।

লাহে লাহে সন্ধিয়া হৈ আহিল।

"বৰপিতাই, বোলোঁ নাট মেলিবহে লাগে।" নামঘৰৰ ভিতৰ সোমায়েই বলোৱে নাট মেলিবলৈ ইঙ্গিত দিলে।

"মেলোতো এতিয়া, ঘাইশাক মৰলিয়া দুশাসনেই অহা নাই। কালি দুশাসনৰ বচনতে এৰা নাছিলোঁ জানো?" বিৰক্তিৰে সূত্ৰধাৰে কলে।

"এইখন কিবা নলগা জেঙতহে লাগিলোঁহি হবলা সূত্ৰ।" পিতলৰ ভোটা চাকিটোৰ মূৰত জমা হোৱা এঙেৰুৱাকেইটা হাতেৰে ভাঙি দি মনবৰ গায়নে কলে।

"সেই কেইটা কোন অ' কিনাৰাম? বাটত যে ফুচ্ ফুচীয়া মেল পাতিছে, ইয়ালৈ আহিব নোৱাৰে নেকি?" দখিৰাম বায়নে খঙৰ ভাব প্ৰকাশ কৰিলে।

"চাই আহোঁ ৰবা মোমাই।" কিনাৰাম নামঘৰৰ বাহিৰলৈ ওলাই গ'ল।

"ইহঁতৰ গাত মতাপুৰুষৰ তেজেই নাই বুইছা বৰটো? আমাৰ দিনলৈ মনত পেলোৱাচোন।" গায়ন বৰাই অতীতৰ কথা মনত পেলালে।

"নকবা দেও, এইবোৰ কিবা নবছা ধানৰ কঠিয়াহে!" সূত্ৰধাৰে আকৌ বাটলৈ চালে। কেইটামান ডেকাল'ৰা ভিতৰ সোমাই আহিল।

"মোমাই, আৰম্ভ কৰিবহে লাগে। কণল'ৰাও আহিছে। প্ৰবেশৰ নাচখনকে আৰম্ভ কৰা।" কণল'ৰাক কিনাৰামে আগলৈ ঠেলা মাৰি দিলে।

"আহ তেন্তে।" খোলটো ভিঙিত আঁৰি লৈ বায়নে থল্থলকৈ চাপৰ মাৰিলে তাওঁ ধেই। খিন্ দাওঁ ধেই। দাওঁ, দাওঁ, দাওঁ। হাতৰ চাপৰৰ লগে লগেই বায়নে ভৰিৰে মুদ্ৰা দি নাচিবলৈ ধৰিলে। কণবাপু, সৰুল'ৰা আদি চেমনীয়া ল'ৰাকেইটাই হাতৰ মুদ্ৰা, ভৰিৰ গতি, গাৰ লয়লাস ভঙ্গীৰে নৃত্য আৰম্ভ কৰিলে। খোলৰ চাপৰে চুবুৰীটো জনজনাই গ'ল।

"ৰবা হে ৰবা। ইয়াৰ দেখোন হাত দুখনেই ভাল নলয়।" সূত্ৰধাৰ বহাৰপৰা উঠি গ'ল। কণবাপুক দেখুৱাই হাত দুখন পকাই ভৱিৰে মুদ্ৰা দিলে।

ধেই, ধেই, ধেই। বায়নে ভঙ্গী সামৰিলে। আঘোণা, থগীৰাম আদি আকৌ কেইটামান ল'ৰা ওলালহি।

"কত নো পদূলি শুঙিবলৈ যাৱহঁক অ'? ভাত-পানী খাবৰে হ'লহি। আখৰা সাধিব লাগে বুলি নাজান নেকি?" সূত্ৰধাৰে মুখেৰে ভোৰভোৰালে।

"বচন বিলাওঁতে হলে ভাল ভাল ভাও বিচাৰি আটায়ে হেতা-ওপৰা লগাবি। আখৰালৈ আকৌ দেৰপৰীয়া বাতিহে আহে।"

কাৰো নাম উল্লেখ নকৰাকৈয়ে বলোৱে কথাষাৰ কলে যদিও আঘোণাৰ গাত কথাষাৰ অলপ লাগি গ'ল। বলোৰ লগত আঘোণাৰ মাতা-বোলা নাছিল। সেয়েহে মনবৰ গায়নৰ ফালে চাই আঘোণাই মুখ পাতি ললে।

"বুইছা সকদেদাই, কথা কওঁতে অলপ টং কৰি কব লাগে। আমি আখৰালৈ নাহিলোঁ কাৰ কি হানি হ'ল। এনেকৈ চেপ্‌চেপাই থকাতহে সিদিনা..."

"হে'ৰ হৈছে, হৈছে। আহিয়েই আকৌ থিয়-যুঁজখন কৰিব নালাগে।" গায়ন ববাই আঘোণাক ভেকাহি মাৰি দিলে।

"কথা কিন্তু বেয়া হব। কৈ থলোঁ একা।" বলোৰ কাণত পৰাকৈ গুজুপকৈ কথাষাৰ কৈ আঘোণা লাই খুটাটোৰ ছাঁলৈ আঁতৰি গ'ল।

—ই কথা বহোক, তদনন্তৰে ভীমৰ বচন শুনি দুঃশাসনে যে বোলল। দুঃশাসন বোল: সূত্ৰধাৰে নাট আৰম্ভ কৰিলে।

"আঃ ঐয়ে পাপীষ্ঠ, বাঘৰ আগে ছাগে দৰাদৰি কৰহ। আজু তোহাক মাৰি...। অলপ ৰবকৈ কৰাহে সূত্ৰধাৰী।" আঘোণা খন্তেক বৈ গ'ল।

"বচননো মুখস্থ কৰি নললইঁক কিয় ? এইদৰে হলে ভাওনাৰ দিনা চৰখৰিয়াত পৰিবি কিন্তু। মোৰ গাত দোষ নিদিবিহঁক পিছে। কি কোৱা বায়ন ?" সূত্ৰধাৰে সমৰ্থন বিচাৰি বায়নলৈ চালে।

"এৰাতো।" বায়নে মূৰ দুপিয়ালে।

—"প্ৰস্তুত কথা শুনহ।" সূত্ৰধাৰে গৰ্ভাঙ্কৰ কথাখিনি মাতি শুনালে।

"সূত্ৰ এহি বুলি দুয়ো বীৰে যুদ্ধ কয়ল। বায়ন ?" সূত্ৰধাৰে ইঙ্গিত দিলে। খোলটো কোলাত সাৱটি লৈ বহি থকা দধি বায়নে খোলত চাপৰ মাৰিলে থেই থেই থেই। ৰিত্ থেই, খিত্ তাওঁ ধেই। খিত্ তাওঁ তাক···।

থুটি তাল আৰু খোলৰ মিলিত ধ্বনিত কাৰো মাত ক'তো নুশুনা হ'ল। নামঘৰৰ কেঁচা মজিয়াত দুজন বীৰৰ ভয়ানক গদাযুদ্ধ চলিল। ভঙ্গী শেষ হ'ল। যুঁজৰ ভাগৰত আঘোণাইঁতে ফোপাবলৈ ধৰিলে। শেহতীয়াকৈ আৰু কেইটামান ল'ৰা ওলালহি। কাৰোবাৰ বচন পৰিল, কাৰোবাৰ নপৰিল। কোনোবা আহিল, কোনোবা নাহিল, আনে বচন মাতিলে। আখৰা শেষ হ'ল। বুঢ়া ডাঙৰীয়াক দীঘলীয়াকৈ সেৱা একোটি জনাই ৰাইজ ঘৰাঘৰি গ'লগৈ। হাই-উৰুমিৰে মুখৰ হৈ উঠা হৰি মন্দিৰটো আকৌ নিজম পৰি গ'ল।

"আউসী কেতিয়ালৈ পৰিল হে সৰু দেদাই ? বোকাত লেটি লৈ থকা ম'হহাল ধুৱাবলৈ নিওঁতে বাটতে মনবৰ গায়নক পাই আঘোণাই হালখতি কেতিয়ালৈ পৰিব সুধি লব বিচাৰিলে।

"আৰু তিনিখনমান বৰ হবলা।" নাঙলটো বাওঁ কান্ধলৈ সলাই লৈ হাতৰ জুমুঠিটোত ফু এটা মাৰি গায়নে উত্তৰ দিলে।

"সৰিয়হ পেলালি জানো আঘোণা ?"

"কেনেকৈ পেলাবা, বোলে, শীত সৰিয়হ, মীত মাহ,' অয়নত নাক'টে বেত বাঁহ। পূর্ণিমাৰ পিচতহে চাটি মাৰিম বুলিছোঁ।"

"আমাৰ আকৌ মাটিয়েই ওলোৱা নাই। হালকে জুৰিব পৰা নাই।"

"এই ঘুৰ, ঘুৰ। যাওঁ দে, মৰাহালে আকৌ তাতিহে ভাঙিবগৈ এতিয়া।" মনবৰ গায়নে বেগাই খোজ ললে।

আঘোণাই পুখুৰীটোত ম'হহাল নমাই দিলে। জাবৰ এমুঠি আনি ঘঁহি ঘঁহি ম'হৰ গা ধুৱালে। পিঠিত উঠি দ পথাৰৰ ফালে ম'হ উলিয়াই নিলেগৈ। তেতিয়া ধানৰ পাতত পৰা নিয়ৰ কণিকাবোৰত ৰ'দৰ ৰশ্মি পৰি মুকুতাৰ দৰে জিলমিলাই উঠিছিল। পথাৰখন পুৱাৰ পোহৰত বৰকৈ ভাললগা হৈ আহিছিল। হেঁপাহেৰে আঘোণাই বহল পথাৰখনলৈ চালে। এইখন পথাৰতেই সিহঁতে নাঙলৰ কুটিত হাত দিবলৈ শিকিছিল। এইখন পথাৰৰ শস্য সম্ভাৰেই গাৱঁৰ হাঁ'হ, গাৱঁৰ জীৱন। পথাৰখন কিমান আপোন।

পথাৰখন সোণ সাকৰা কৰি পলস সিচি যোৱা নৈখনৰ ফাললৈ সি চকু দিলে। নৈৰ পাৰে পাৰে শাৰী শাৰীকৈ ফুলা কঁহি বনৰ পাতত‌ো অৰুণ কিৰণ জিলিকিছে। বাৰিষাৰ বাউলি নদী শৰতৰ সান্নিধ্যত এতিয়া শান্ত হৈ গ'লগৈ। নৈখন কিন্তু বৰ দয়ালু। ৰাইজৰ প্ৰাণৰ কথা নৈখনে বুজি পায়। ৰাইজৰ মনৰ আশা পথাৰখনে সফল কৰে। এই নৈ, এই পথাৰ, এই আকাশ এৰি গাৱঁলীয়া মানুহ জীয়াই থাকিব নোৱাৰে।

বগলী কেইটামান তাৰ ওচৰেদিয়েই উৰি গ'লগৈ।

পথাৰে পথাৰে ম'হহাল ঘুৰাই ফুৰিলে। ম'হে কামোৰ মাৰিবলৈ ঘাঁহেই নাই। দলঘাঁহখিনিও টুকাল। কালিলৈ মানে দলনিলৈ আকৌ গাড়ী নিব লাগিব। দলনিৰ ঘাঁহো চাগৈ টুকাই আহিছে। আঘোণাই ভাবিলে। দুদাঁবমান বেলি উঠাত আঘোণাই ঘৰৰ ফাললৈ ম'হ ঘুৰালে।

“অ’ বাইজ, নামঘৰলৈ ওলাই আহঁা! অ’ বাইজ...”

হাটীমতাই গাৱঁৰ ইমূৰৰপৰা সিমূৰলৈকে চিঞৰি চিঞৰি সৰিয়াই দিলে। এজন-দুজনকৈ মানুহ আহি নামঘৰ ওলালহি। গায়ন, বায়ন, নামলগোৱা সূত্ৰধাৰ, দেউৰী, ভৰালী, মেধি, গায়ন বৰা আদি বিষয়-ববীয়াসকল গোট খালেহি। ভাওনাৰ আগদিনাই চাউল-মাহ, বা-বৰঙনি আদায় দিয়াৰ নিয়ম। হাতে হাতে খৰাহি-পাচি লৈ নামঘৰৰ মজিয়াত ভাগে ভাগে গঞাঁসকল বহিলহি। মাহ-চাউল লগোৱাৰ আগতে কাৰ কি দায়-জগৰ আছে তাৰ হিচাপ ওলাল।

হজলৈ নহা কেইঘৰৰ হিচাপ এটা গায়ন বৰাই দাঙি ধৰিলে। ঘৰে প্ৰতি আধলি এটাকৈ জৰিমনা হ’ল। আদায় দিলে দিয়ক নহলে প্ৰসাদ লগাব নোৱাৰে। স্থিৰ সিদ্ধান্ত ললে বাইজে। দুই-এঘৰে জৰিমনা দি প্ৰসাদ লগালে। দুঘৰমানে প্ৰসাদ ওলোটাই নিলে।

“হেৰ ৰহ, ৰহ। প্ৰসাদ নাবাকিবি এচোন।” থগীক প্ৰসাদ বাকি-বলৈ গায়ন বৰাই হাতেৰে বাৰণ কৰিলে।

“থগীহঁতৰ বেবস্তাটো কি কৰাহে সূত্ৰ?”

“বাইজেহে জানে। বায়েন, কিবা এটা নোকাৱা কিয়? থগীয়ে মাহ-চাউল আনিছে নহয়।” সূত্ৰধাৰে বায়নলৈ চালে।

“সিহঁতে উধাৰ পৰাচিত হৈ কিবা এটা কৰিব লাগিব। সেয়ে নহলে খেলত থাকিব নোৱাৰিব। কি কোৱাঁ গায়েন?”

“এৰাতো আকৌ। ইমান অধৰম হবলৈ দিব নোৱাৰি নহয়। দহাকাজ নোযোৱাকৈ ভিলনিৰ পিচতে সিহঁতেনো হাল জুৰিব লাগেনে? এনে পাপ কৰ্মৰ বিচাৰ নহলে খাবা কেনেকৈ হোঁ।” গায়নে মনৰ কথা কলে।

“সিহঁতৰ লগত আমাৰ চুৱা এৰাইছেই। সেয়েহে...”

“হেৰ, কেইখন মেখেলাৰ অন্তৰ হৈছেনো, চুৱা যে এৰিবলৈ ওলাইছ?”

"পাঁচ পুৰুষৰ অন্তৰ হ'ল বোলে।"

"ওঁ, পাঁচ পুৰুষৰ অন্তৰ হ'ল বুলিয়েই চুৱাটো এৰাব পাৰিবি? বুইছ, তেজ ধুলে উটে, মঙ্গহ ধুলে ফুটে। বাক কচোন, সিহঁতৰ লগত তহঁতে বিয়া-বাৰুও কৰিব পাৰিবিনে? সেইটো কথা নেচেল, পৰাচিত হবই লাগিব।" গায়ন বৰাই কথাৰ খুটিটো দকৈ পুতি দিলে।

"পিচে-পৰেও পা-পৰাচিত হোৱা যাব। এতিয়া মাহ-চাউল কঠা লগাবলৈ দিয়া।" থগীয়ে বাইজক অনুৰোধ কৰিলে।

"তেনে কথা হব নোৱাৰে। আগতে সাত ধেনু পৰাচিত হৈ লবি, তেহে খেলত খাবলৈ আহিবি।" বায়নে শেষ সিদ্ধান্ত দিলে।

থগীয়ে কৈ-মেলি একো কৰিব নোৱাৰি বিষাদ মনেৰে মাহ-চাউল ওলোটাই নিলে। শেষত কণল'ৰা ওলালহি।

"ইয়াৰো কিবা দায় আছে বুলিছিলা নহয় গায়ন বৰা?" কণল'ৰাক দেখিয়েই বায়নে কথাটো উলিয়ালে।

"ওঁ' ই আকৌ আউসীত হাল বাইছিল। বেবস্তাটো বাইজে দিয়ক।"

"ই তেন্তে বোপা-ককাৰ নীতিকে ভাঙিলে। শাস্ত্ৰৰ তলীকে উদঙালে। হেৰ' কেইটানো ভঁৰাল বান্ধিছহঁক অ'। দিনক দিনে তললৈহে গৈছ দেখোন।" ঘৃণাৰ দৃষ্টিৰে সূত্ৰধাৰে কণল'ৰালৈ চালে।

"প্ৰভুসকল, বন্দীৰ অপৰাধ খেমাহে কৰিব লাগে।" কণল'ৰাই কান্ধৰ গামোছাখন খুবিয়াই মাটিত থৈ সেৱা জনালে।

"হৈছে, হৈছে। ভাৱেৰে গলে পকা ধানেও বাট দিয়ে। টোপোলা পেলালি যেতিয়া বাইজে এইবাৰলৈ মৰিষণ কৰিছে। আগলৈ কিন্তু আওঁহি ইকাদেশী, এইবোৰ মানি চলিবি। হবনে সূত্ৰ?" গায়নে দিয়া মীমাংসা বাইজে মানি ললে।

"হব, হব। ৰাইজৰ মাৰটো ৰওক মাথোন।"

প্ৰসাদ লগোৱা শেষ হ'ল। আলোচনা-বিলোচনাৰ ওৰ পেলাই ৰাইজ দিহাদিহি গ'লগৈ।

"কোন আছইঁক অ' ?" দুৱাৰমুখৰপৰাই বলোৱে ৰিঙিয়ালে।

"আমিয়েই আছোঁ। সোমাইনো নাহ কিয়, বাহিৰৰপৰাই যে চিঞৰিছ ?"

"এহ, মানুহ নোহোৱা ঘৰত সোমোৱা বেয়া বুলিহে।"

"কৰনো বিলাইতৰ মানুহটো। গাৱঁৰে মানুহক পৰ বুলি ভাবিব নালাগে দে।"

"হয় অৱশ্যে।"

"নবহনো কিয়, থিয়ৈ থিয়ৈই যে আছ ?"

"কথা এটা সুধিবলৈহে সোমালোঁ।"

"কি কথানো ?"

"তোৰ ব্লাউজ এটা দেচোন।"

"ব্লাউজ ?'

"ওঁ। বুজা নাই নেকি ?"

"ওঁ বুজিছোঁ। ভাও দিবলৈ।" চেনেহীয়ে পাতলকৈ হাঁহি এটা মাৰিলে।

"মোৰ ব্লাউজ নো তোৰ গাত লাগিবনে ?"

চেনেহীয়ে ব্লাউজ এটা আনি বলোৰ হাতত দিলেহি। গাত ব্লাউজটো টানি-আজুৰি সুমুৱাই বলোৱে চেনেহীক দেখুৱালে।

"হবই যেন পাইছোঁ।"

"বুতামকেইটা মাৰিব নোৱাৰিবি যে।"

"পিং এটা লগাই লম।"

"পাৰিবি তেন্তে। মই বাক ধুই থম। কোনোবা এটাক পঠিয়াই নিয়াবি।"

"ময়েই আহিম এপাক। ভাওনালৈতো যাবিয়েই ?"

"গাওঁৰ ভাওনাটোলৈ নগৈনো ক'ৰ ভাওনালৈ যাম ?"

"সোনকালে গলে আমাৰ বৌইঁতৰ লগতে বহিব পাৰিবি। চাৰি-কঠ নিনিলেও হব।"

"হব দে, বহিম ক'ৰবাত। দেহমাইহঁতো যাব নহয়!"

"ভাল জেগা চাই বহিবি আকৌ।" বলো চেনেহীহঁতৰ ঘৰৰ পৰা ওলাই গ'ল। নঙলামুখত বলোক দেখা পাই আঘোণাই সিফালে মুখ ঘুৰালে।

"এইচবক লাই নিদিবি। আসৈ পোৱা কুকুৰে গললৈ জঁপিয়ায়।" চেনেহীয়ে বুজাকৈ বলোৰ চৰিত্ৰৰ আন্ধাৰ দিশ এটাৰ ইঙ্গিত দিলে আঘোণাই। বলোৰ প্ৰতি কোমল হৈ অহা চেনেহীৰ মনত সামান্য ভাবে কঠোৰতাই দেখা দিলে। আহিবৰ পৰত ভাওনা ঘৰত কাৰ লগত কেনি বহিব লাগিব তাক সকিয়াই দি আঘোণা পদূলিলৈ ওলাল।

আঘোণা আৰু বলোৰ, দুটা ডেকা ল'ৰাৰ আগ্ৰহ দেখি চেনেহীৰ ভাল লাগি গ'ল। ভাওনাখন চাগৈ বাঢ়িয়া হব। চেনেহীয়ে ভাবিলে।

উলাহ-আনন্দৰে উৎসৱমুখৰ পৰিবেশ এটাৰ আৰম্ভ হ'ল। ঘৰে ঘৰে কোৰ-কটাৰী মাৰি চোতাল-ঘৰ অঁতালে। বাট-পদূলি মুকলি কৰিলে।

বিলাপ, পঁয়াৰ যুদ্ধৰ বচনেৰে গাওঁৰ আকাশ মুখৰ হ'ল। খোলৰ

মাতত গাৱঁৰ বতাহ জনুজনাই গ'ল। গাৱঁলৈ জীৱনৰ উত্তাপ আহিল। গাৱঁৰ ধমনিত ডেকা তেজৰ পি-পিয়নি উঠিল। মিত্তিৰ-কুটুম আলহী-অতিথিৰে গাওঁখন মায়া লগা কৰি তুলিলে।

ব্যস্ত জীৱনৰ চকৰী ঘূৰিল।

ৰাতিপুৱাই দিন হ'ল, দিনৰ বেলি বাঁহৰ আগ পালেগৈ, সন্ধিয়াই ভুমুকি মাৰিলে। নামঘৰত ঘন্ ঘনকৈ ডবাৰ কোব পৰিল। ঘৰে প্ৰতি একোটাকৈ কঠ নিবলৈ গায়ন বৰাই চিঞৰি চিঞৰি সকিয়াই দিলে।

ভাওনা ধৰিলেই। মহতাৰ পোহৰত নামঘৰ দিন স্বৰূদি পোহৰ হ'ল। খোল, তাল, ডবা, নাগেৰাৰ মিলিত ধ্বনি গাৱঁৰ ওপৰেদি বাগৰি গ'ল। ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ, হাই-উকমিত কাৰো মাত ক'তো শুণুনা হ'ল। হাতে হাতে জোৰ, চাকি লৈ জুমে জুমে জীয়াৰী-বোৱাৰী আহিবলৈ আৰম্ভ কৰিলে। ল'ৰা-ডেকাৰ হাঁহি তামাচাৰ মাত্ৰা বৃদ্ধি হ'ল। চোঁ-ঘৰৰ ৰবপীৰাখনত বহি বগাই খনিকৰে ৰং-বৰণৰ পুৰণিকলীয়া বাকচটো মেলিলে। এটা-দুটাকৈ ভাৱৰীয়াই আহি খনিকৰৰ ওচৰত মুখ পাতিলেহি। বিধে বিধে ভাৱৰীয়াৰ মুখ খনিকৰে বনকাই দিলে।

"দাড়িডাল চাওকচোন। ঠিক মতে নবহিল হবলা" দাপোণ-খনেৰে জুমি-জামি চাই আঘোণাই খনিকৰৰ ফালে মুখ কৰিলে। ডাটি কোছা ঠিক কৰি দি খনিকৰে যলোৰ মুখত ৰং ঘঁহিলে। আগতীয়াকৈ সাজি-পাৰি ওলোৱা দুই-এটা ভাৱৰীয়াই অস্বস্তিৰে খেন গণিলে। নান্দী-গীত জুৰিলেই।

"গোঁসাই ভাৱৰীয়া সজালানে হেই খনিকৰ? ঘৰতে বাদ্ধি অহা সুপূৰৰ জুমুক জুমুক শব্দেৰে সূত্ৰধাৰ চোঁ-ঘৰলৈ সোমাই আহিল। লৰালৰিকৈ ৰং অলপ সানি, দীঘলকৈ ৰেখা এটা লৈ সূত্ৰধাৰ ওলাই গ'ল।

নামঘৰৰ বাহিৰে-ভিতৰে মানুহেই মানুহ। গেলেপা লগা পৰম।

বহি থকা তিৰোতা মানুহৰ হাতে হাতে বিচনি ঘুৰিল। পিৰালিৰ দাঁতিত থিয় হৈ থকা ডেকা ল'ৰাই ঘনাই চকু ঘুৰালে। 'কাৰ ঘৰৰ কোনজনী ছোৱালী ক'ত বহিছে, তাক জানি লব বিচাৰিলে। দুই-এজনীয়ে সুবিধা উলিয়াই দুই-একলৈ চাই মনৰ সঁহাৰি দিলে। কোনোবাই হাঁহিলে। কোনোবাই চকু টিপিয়ালে। হাবিয়াস পূৰালে।

গায়ন-বায়নৰ গীত-মাতে, সাধু-মহন্তৰ ভকতীয়া পৰিবেশে ডেকা-গাভৰুক সংযম শিকাব নোৱাৰিলে।

ভাওনা আৰম্ভ হ'ল। ভাৱৰীয়ালৈ চোৱাৰ চেলু লৈ কেতেকীয়ে ধনাইলৈ চাই কিবা এটা ইঙ্গিত দিলে। তামোল-চালি, লং-দালচেনি কিবা বিচাৰিলে। অৰ্থ বুজি ধনায়ে মৰমলগাকৈ হাঁহিলে।

নাটক যাবলৈ ধৰিলে। টুপৰ ফালে গায়ন-বায়ন বহা কঠটোৰ ওচৰে-পাজৰে গাওঁৰ বুঢ়া-মেথাসকল বহিছিল। ডেকাহঁতৰ ভাও-ভাওনা কিমান বুজন হৈছে বুজ লব খুজিছিল; বয়সৰ অভিজ্ঞতাৰে নতুন পুৰুষৰ বিকাশ ধাৰা পৰীক্ষা কৰিব খুজিছিল। তাতো শান্তি নাই। পিচফালে থিয় হৈ থকা চেঙেলীয়া ল'ৰামখাৰ উৎপাতত বুঢ়া-মেথাই আসন এৰিলে; গায়ন-বায়নে তাল-খোল সাৱটি লৈ বহাৰপৰা থিয় দিলে। কঠৰ ওপৰত এমখা মানুহে ভৰি দিলেহি। ভাওনাৰ সেৰেঙা পৰা সুবিধাকণতে তিথৰ বছৰাই চং এটা দেখুৱালে। ভোট সুহুৰিৰ মাতে কাণ ফালোঁ ফালোঁ কৰিলে। বছৰাই বাইজৰ সমৰ্থন পালে। ভাওনাৰ মাজতে দুঃশাসনৰূপী আঘোণাই দ্ৰোপদীৰূপী বলোৰ বস্ত্ৰহৰণ কৰিবলৈ গৈ অনৰ্থৰ সৃষ্টি কৰিলে। দ্ৰোপদীৰ শাড়ীখন দুঃশাসনৰ হাততে সুলকি আহিল। বলোৱে অপমান পালে। আঘোণাই হিংসাত হে এনে কৰিলে বুলি ভাবি ললে। ভাওনা ভাগিল।

পিচদিনা শৰাই ভাঙিবলৈ অহা বুঢ়া-ডেকাৰ মাজত আগৰাতিৰ ভাওনাৰ আলোচনা-বিলোচনা ওলাল। জীয়াৰী-বোৱাৰীৰ মেলত

খুতি-নাতিৰ সমালোচনা হ'ল। সৰু সৰু ল'ৰাবাবে গোহালি-ঘৰে, চ'ৰা-ঘৰে যুদ্ধৰ বচন মাতি একো একোখন খণ্ডযুদ্ধৰ পুনৰাবৃত্তি কৰিলে। বহুদিনৰ আগৰেপৰা এটা দিনৰ বাবে চলোৱা আয়োজনৰ অন্ত পৰিল। আকৌ গতানুগতিক জীৱনৰ গতি আৰম্ভ হ'ল।

মানুহৰ মন গাওঁ এৰি আকৌ পথাৰমুৱা হ'ল।

শৰত গৈ হেমন্ত সোমাল। পথাৰে মূৰ দোঁৱালে। চাওঁতে চাওঁতে শালিধানৰ আগ জিলিকিল। চাই চাই আমনি নলগা ৰূপহী পথাৰৰ ভকুণ বুকুত সৃষ্টিৰ উকমি উঠিল। কাঁহি পিছলা ধানৰ পাতত আহিনৰ হাঁহি উজ্বলিল। দেশৰ লখিমীয়ে গাৱঁৰ পথাৰ শুৱনি কৰিলে।

ৰাতিপুৱা ম'হ উলিয়াই নি আঘোণাই পথাৰৰ মন চমকোৱা ৰূপ দেখি সন্তোষত হাঁহিলে। দূৰৈত কোনোবাই বনগীতত প্ৰাণ ঢালিলে—

"নৈৰ পানী বাঢ়িলে, বৰণটি সলালে, সলায় বৰে গছে পাত।
আমাৰে মইনাই বৰণটি সলালে, ললে ৰঙা বিহা গাত॥"

বলোৱে গাইছে। আঘোণাই তাৰ মাতটো বুজিলে। সি আজিকালি চাপৰিৰ ফালেহে ম'হ নিয়া হৈছে। আঘোণাই চাপৰি-টোলৈ মূৰ দাঙিলে। মুকলি আকাশ, মুকলি পথাৰ, মুকলিমূৰীয়া মানুহৰ মন।

গাৱঁৰ বুকুত উখল-মাখল লাগিল।

গাওঁ এৰি ৰাইজ পথাৰলৈ ওলাল। পকা ধানৰ মাজে মাজে আইনাম, ধাইনাম, বিয়ানামৰ খলকনি উঠিল। ঢোলৰ মাতত, পেঁপাৰ সুৰত মন উৰোঁ উৰোঁ হ'ল। বিহুগীত, বনগীতেৰে পথাৰখন সুৱদিসুৰীয়া কৰিলে।

সোণগুটি বুটলি ঘৰলৈ অনাৰ সময়, দিনে-নিশাই শ্ৰম কৰাৰ

সময়, দুখ-ভাগৰ পাহৰি যোৱাৰ সময়। টাঙুৰি ঘুৰাদি ঘুৰাৰ সময়। দিনৰ ভাগত পথাৰত থাকি যিদৰে ভাল লাগে গাৱঁত থাকি তেনেদৰে উকণ্ডা লাগে। হাতত কাচি, কান্ধত বিৰিয়া লৈ মনবৰ গায়ন, সৰুৰাম হাটীমতা, তিথৰ বছুৱাই পথাৰত ভৰি দিলেগৈ। খোজৰ লগত লাচ দি দি শন্ শন্ কৰা ডাঙৰীৰ শব্দ শুনি শুনি ভাবে ভাবে ডাঙৰী কটিয়ালে।

চেনেহী, কণমাই, দেহ, ভোগমাইহঁতে হেদাৰি ললে।

আঘোণা, সৰুধন, বলো, কিনাৰামে চেলু চাই পথকৰা চুপটি কৰিলে। বহল ধাননি পথাৰ হাঁহি-মাতেৰে, প্ৰেম-মিলনেৰে উপচি পৰিল।

ধান দোৱাৰ বতৰত আঘোণাৰ কামৰ হেঁচা বাঢ়িল। কটা-মৰা-সামৰা আদি বহুত কাম। ম'হ হালতো ডিঙিত আছেই। দ-পথাৰৰ ধান কটিয়াই ওপৰধিকৈ চাৰি টকা উলিওৱাৰ মোহটো সি এৰিব নোৱাৰে। গাৱঁত কেইঘৰৰনো বলধ গৰু আছে? ডাঙৰ গৰু নহলে দ-পথাৰৰপৰা গাড়ী উলিওৱাই মস্কিল। পথাৰৰ মাজেদি যোৱা ৰাস্তাটোতো পলসুৱা ডাব পৰে। গতিকে আঘোণাই এই সময়তে সুবিধা উলিয়াই কেৰেয়া মাৰে। চোলা-চুৰিয়া, বিড়ি-চাধাৰ উপৰুৱা খৰচ এটা উলিয়ায়।

গৰলীয়া ম'হ হাল আছে বুলিহে যেয়ে সেয়ে গাড়ী বিচাৰে। সময় নাই বুলি বহি থাকিলে জানো এশ ছকুৰি কপৰ মুখ দেখিবলৈ পালেহেঁতেন? সিদিনা আকৌ ঘৰত থকা-খুওৱায়েই লাগিছিল। ককায়েক জয়কান্তই গাড়ী ভাড়া মাৰি পোৱা ধনৰ হিচাপ বিচাৰিছিল। দেহা মাৰি ঘটা টকা কেইটাৰ ওপৰত আটাইৰে চকু। স্কুলীয়া ভায়েকটোৱেও ধন বিচাৰে তাকেহে। ককায়েকে দিনে দিনে অফিচৰপৰা অনাবোৰ হলে কোনেও নেদেখে। এৰা, তাৰ দুখ কোনেও নপতিয়ায়। ঘৰত যিবা বুঢ়া বাপেকটো আছে, বাপেকেও তাৰ কথা নাভাবে। ৰবল'ৰাই পিয়ন কাম কৰে,

মাহেকে-পষেকে দুই-চাৰিটা বস্তু ঘৰলৈ আনে, সেয়ে বুঢ়াৰ গৌৰৱ। সৰুবাপুৱে আকৌ হাইস্কুল পঢ়ে। গাৱঁৰ ভিতৰত সৰুবাপুকে লৈ চাৰিটা কি পাঁচটাহে হাইস্কুলীয়া ল'ৰা। গতিকে সৰুবাপুৰ ওপৰত বুঢ়াৰ বহুত আশা। হাইস্কুলখন সৰকিলেই সি কিজানি হাকিম, মুক্তিয়াৰৰ লেখীয়া কিবা এটা হয়গৈ। সৰুবাপুৱে প্ৰমোচন পোৱা-নোপোৱা এইবোৰ কথা বুঢ়াই নাভাবে। এই বছৰ নাপালে কি হ'ল—সৰস্বতীয়ে লাগ দিলে অহা বছৰলৈ পাবগৈ। পঢ়া-শুনা কৰাও জানো সামান্য কাম? কিতাপবোৰত থকা ইমানবিলাক আখৰ মনত ৰাখিব লাগে। নাঙলটো চোঁচোৰাই আজীৱন কটোৱা বুঢ়াৰ মনত শিক্ষাৰ প্ৰতি এই মোহটো দেখি আঘোণাই কেতিয়াবা আমনি পায়। সৰুবাপুৱে বিদ্যা আৰ্জি ডাঙৰ খিতাপ পালে সিয়ো সুখী হব। কিন্তু ঘৰৰ গোটেইখনেই কেৱল সৰুবাপুৰ ওপৰত মনোযোগ দিয়াতো তাৰ ভাল নালাগে। হাল বালেও, ম'হ চৰালেও, পঢ়িব নাজানিলেও তাৰো এটা মন আছে, এখন অন্তৰ আছে, দুখ-ভাগৰৰ বুজ পোৱা দেহা এটা আছে। পৰিয়ালৰ সকলো মানুহৰে বুজা-বুজি, সহায়-সাৰথি, মৰম-প্ৰীতিয়েহে একোখন সুখৰ সংসাৰ গঢ়ে! সেয়ে নহলে পৰিয়াল নাথাকে। এটা ডকণ পৰিয়ালৰ মাজত থাকিও আঘোণাৰ আজিকালি অকলশৰীয়া যেন লাগিবলৈ লৈছে।

ধান দাই পথাৰ উদঙেই কৰিলে।

সেউজীয়া ধাননি পথাৰ শুকান নৰাৰে হালধীয়া পৰিল। পথাৰে পথাৰে পাল গৰু চৰিবলৈ ললে। ম'হ চৰাবলৈ ঘাঁহেই নোহোৱা হ'ল। মানুহে পথাৰলৈ পিঠি দিলে। ঘৰে ঘৰে পুৱা-গধূলি ধান মৰাৰ হাই-উকমি উঠিল। উজাহত কোহোনাই কোহোনাই গুটি

ধান চপালে। বাছি বাছি থোৱা ডাঙৰীবে গঁচি ধানৰ ভঁৰাল মেট মৰা কৰিলে।

আকৌ পথাৰে মাতিলে। কেঁচা সোণ বৰণীয়া সৰিয়হ ফুলেৰে বাম পথাৰ সোণালী হ'ল। চাপৰিত মাহৰ চেৰ পুৰঠ হৈ আহিল। কুঁহিয়াৰণিৰ মাজত বটা চৰায়ে কিৰিলি পাৰিলেহি। দ-পথাৰৰ সৌন্দৰ্য্য গুৰি পথাৰত জিলিকিল। মাহ, সৰিয়হ, আলু, কুঁহিয়াৰ আদিৰে বাম পথাৰখন চকুত লগা হৈ পৰিল। হেমন্তৰ শেষত চেঁচা বতাহ এজাকে বা কোবাই গ'ল।

পুহৰ হাড় কঁপোৱা জাৰ।

কুঁৱলীৰে আবৰা শীতৰ নিশা। শেষৰাতি আঘোণাই ম'হহাল উলিয়াই নিলে। মাহনিত ম'হ লগাই দি কম্বল কাপোৰেৰে গাটো মেৰিয়াই ললে। এতিয়া পথাৰলৈ কোনো নোলায়। ম'হৰ পিঠিৰ উমকণ তাৰ ভাল লাগিল। মনৰ নিৰ্জনতা পাতলাবলৈ আঘোণাই বনগীত এফাঁকি চিঞৰি চিঞৰি গাবলৈ ধৰিলে। নিশাৰ নীৰৱতা ভাঙি গীতৰ সুৰ উটি গ'ল গাৱঁৰ ফাললৈ। পুহমহীয়া দীঘল ৰাতিৰ শেষভাগত গাৱঁৰ টোপনি ভাগে। সোনকালে শোৱা দুই-চাৰিয়ে সাৰ পায়। দুই-এঘৰৰ জুহালত দপ্ দপাই জুই জ্বলে। বিছনাতে ইলুটি সিলুটি কৰি কোনোৱে ভূত-ভবিষ্যতৰ কথা ভাবে।

আঘোণাই পথাৰত মৰা ম'হ-গুৱালৰ উকিটো কাণত পৰাত চেনেহীয়ে কাপোৰৰ জাপৰপৰা কাণ এখন উলিয়ালে।

ইমান ৰাতিনো ম'হ নিব লাগেনে: চেনেহীৰ মনলৈ ভয়ৰ ভাব এটা আহিল। বাঘো ওলাইছে বোলে ক'ৰবাত। সৰিয়হ ফুলাৰ বতৰত দুই-এটা নাহৰফুটুকী বাঘ সেইফালে আহে। কোনোবাই ক'ৰবাত লগো পাইছে বোলে। সিদিনা সাতোলাৰ গৰু পোৱালী এটাও মাৰিছে।

চেনেহীয়ে কাপোৰৰ জাপটো ঠিক কৰি ললে। জাপৰপৰা ওলাই থকা হাতখন দে-দেকৈ চেঁচা পৰি গ'ল। আঘোণাৰ মাত মুগুনা হৈ আহিল। সি চাগৈ ম'হ কেনিবা নিলেগৈ।

চেনেহীয়ে সাৱধানে বাগৰ সলালে। প্ৰথম কুকুৰাই ডাক দিলে। ৰাতি পুৱাবলৈ বেছিপৰ নাই তেন্তে। আকৌ আঘোণালৈ মনত পৰিল। জাৰকালিৰ নিশা কাপোৰৰ জাপত মিঠা মিঠা উম্ লগাই ডেকা ল'ৰাৰ সপোন দেখাত তৃপ্তি আছে।

চেনেহীহঁতৰ ঘৰলৈ আঘোণা আহে। হাঁহি-তামাচা কৰে; গুচি যায়। কেতিয়াবা দুই-এখন বন কৰি দি অলপ সহায় কৰে। চেনেহী নাথাকিলেও আঘোণা হয়তো আহিলহেঁতেন। কিন্তু এজনী গাভৰু ছোৱালী থকা ঘৰখনলৈ আহি থকা ডেকা ল'ৰা এটা ইমান নিৰ্বিকাৰ হ'ব পাৰেনে? সি কি ভাবে চেনেহীয়ে আজিও ধৰিব নোৱাৰিলে। তাক দেখিলে তাইৰ চিৎ কিন্তু চঞ্চল হয়। তাৰ কথা ভাবি তাইৰ সোৱাদ লাগে। সি আকৌ বৰ লাজুকীয়া ল'ৰা। লাজুকীয়া ল'ৰাবোৰহে বোলে শেষত সাঙ্ঘাতিক হয়গৈ। এবাৰ লাজ ভাঙি দিলে লাজ-চৰমৰ ভুকে নোপোৱা হয়গৈ।

বাহিৰত ৰাতি পুওৱাৰ সঙ্কেত শুনি চেনেহীয়ে চকু মেলিলে। নিয়ৰৰ টোপাল সৰিছে। পথাৰখন চাগৈ কুঁৱলীৰে উপচি পৰিছে।

উ···উ···উ···।

হাতে হাতে পল', জকাই, জুলুকি, জাল, পচা, খালৈ, দাপনি, লৈ এমখা মানুহে ঢাপলি মেলিলে। শিঙিমাৰী বিল মাৰিব আজি। গাৱঁৰ মাছমৰীয়াই খবৰা-খবৰি কৰি দিনটো ঠিক কৰিছে, খটিয়া দিছে। বুধবাৰলৈ আকৌ বৰালীমাৰীৰ খটিয়া। কাম-বনৰপৰা আজৰি পালে মাছ-পুঠি বিচাৰি ফুৰিবৰ মন যায়। খালে-ডোঙে, নৈয়ে-বিলে উভৈনদী হৈ মাছ থকাতো সুদা ভাত খাব লাগে কিয়?

মাছ মৰাৰ সহজ আনন্দকণৰ বাবেই গাওঁৰ মানুহে শিঙিমাৰী বিললৈ চপলিয়ালে।

বিলৰ পাৰ মানুহেৰে নধৰা হ'ল। ফেৰফেৰীয়া মুকলি বতাহ। চকামকাকৈ ওলোৱা ৰ'দ চেৰেঙাও তেনেই কোমল। পানীৰ ঘুঁৰলিতে জাৰত থাকিব নোৱাৰি। তিতি-বুৰি মাছ মৰা জানো সাধাৰণ কথা? গাওঁৰ তেজটোপা সময়ত নিজেই তপত হৈ উঠে।

কোনোবাই দীঘলকৈ উকি এটা মাৰিলে। হৰহৰকৈ মাছমৰীয়া পানীত নামিল। জাৰৰ কথা পাহৰি গ'ল। হুৰমুৰকৈ মাছ মাৰি ৰাইজ আকৌ বামলৈ উঠিল। কাৰোবাৰ দাপনি গধুৰ হ'ল, কোনোবাই খালৈ গেদগেদীয়া কৰিলে। কোনোৱে দাপনি পল'ৰ মূৰত মেৰিয়াই আনৰ হাতলৈ চালে; খেতোৰ খালৈত চন্দা এটাও নপৰিল। ভাগ্য বেয়া। ল'ৰা-ছোৱালীৰ ভোগ নাই। নহলেবা যাত্ৰাকালত অমঙ্গল দেখি আহিছিল। নানাজনে নানা কথা আলোচনা কৰি অহা বাটে ঘৰলৈ খোজ ললে।

গধূলি বলোৱে মাছ কেইখুটুৰামান কলাপাতত মেৰিয়াই আনি চেনেহীৰ হাতত দিলেহি।

"কিনো পালি ককাইটি?"

"পছুৰ মঙহ। খুলি চাগৈ।" সন্তোষৰ হাঁহি এটা মাৰিলে বলোৱে।

"এ আই, মাছ দেখোন?" পাতখন মেলি চেনেহীয়ে বলোলৈ ঘূৰি চালে।

"পছুনো ক'ত পাবি; আজি বিল মাৰিবলৈ গৈছিলোঁ নহয়, বৰালি এটা পাইছিলোঁ। চুকণমান লৈ আহিছোঁ।"

"আমালৈও তেন্তে মনত পৰে?"

"মনত পৰিলেনো কিটো হব। আমালৈতো কাৰো মনত

নপৰে।" কথাবাৰত আওপকীয়া ইঙ্গিত এটাৰ গম পাই চেনেহীয়ে একো উত্তৰ নিদিলে।

"বহচোন, পানী অকণকে তপতাওঁ।"

"নালাগে দে।"

"ইঃ কিয় নালাগে?" চেনেহী ভিতৰ সোমাই গ'ল। তুঁহ জুই ফুৱাই ফুৱাই জুইকুৰা জ্বলালে।

"মোমাই ঘৰত নাই নেকি অ চেনেহী?"

"তই অহাৰ আগে আগে ওলাই গৈছে।"

"এৰা, লগ পাব লাগিছিল।"

"বলো বহাৰপৰা উঠি কেইখোজমান ভিতৰৰ ফালে গৈ পুনৰ আগৰ ঠাইতে বহিলহি। চেনেহীয়ে চাহ এগিলাচ আৰু পিঠা কেইটুকুৰামান বলোৰ আগত থলেহি।

"চুঙা পিঠা পুৰিছিলি নেকি?"

"উঁ। ককুৱা ধান মৰাৰপৰাই পিতায়ে চুঙা পিঠা বনোৱাৰ কথাকৈ আছিল। কালি পিঠাগুৰি কেইটামান খুন্দি দহটামান পুৰিলে।"

"হওক দে।" পিঠা কেইটুকুৰাৰ সৈতে চাহ গিলাচ খাই বলো পদূলিলৈ ওলাই আহিল।

বাটত তেতিয়া দুই-এটাকৈ চেঙেলীয়া ল'ৰাই জুম বান্ধিছেহি। চেনেহীহঁতৰ পদূলিৰ দাঁতিতে অশোকহঁতে ডেকা চাং এখনো পাতি লৈছে। চাৰিটা খুটাৰ ওপৰত কেইফালমান ভলুকা বাঁহ চাঁচি চাঁচি পাৰি দিয়া হৈছে। পুৱা-গধূলি সময় পালে ল'ৰাহঁতে তাতে খন্তেক জিৰায়হি। সমনীয়া লগ লাগি মনৰ কথা পাতেহি। কোনোবাই বাঘচাল, মঙ্গলচাল, খলিগুটি ফুটিমণি খেলে, কোনোৱে হৈ-গুছু, ধৰাগুছু, ঢোপ খেলাৰ আয়োজন কৰে, কোনোবাই জীয়াৰী-বোৱাৰীৰ কথাৰে মনৰ বিকাৰ পলুৱায়। ডেকাচাং গাৱঁলীয়া ডেকাৰ অৱসৰ বিনোদনৰ ঠাই। ডেকা চাঙত বহি বহিয়েই এমখা মানুহ বুঢ়া হ'লগৈ; মাটিৰ তললৈ গ'লগৈ। ডেকাচাং আজিও আছে। অহকালি

আজিও ডেকাচাঙত ডেকা-বুঢ়াই গল্প-গুজৱ কৰেহি। ডেকা-চাংখনৰ কাষেদি যাওঁতেই বলোৱে কিবা এটা ভাবিছিল।

"কোন হেই, বলোকাইনে?"

"ওঁ। বহিছহঁক নে?"

"নবহিনো কাৰ ঘৰলৈ যাম?"

"বহ দে, আমাৰ চাগৈ খাবৰে হ'ল।"

ডেকা-চাংখনৰ ওচৰৰপৰা আঁতৰি আহিছে তাৰ মনটো পাতল পাতল লাগিল। সেয়া সিহঁতে হাঁহিছে। বলো আঁতৰি যোৱাৰ পিচতে ডেকা চাঙত এজাউৰি হাঁহিৰ খলকনি উঠিল। আঘোণাও আকৌ ইয়াত আছেহি নেকি? সি ভাবিলে।

আঘোণাৰ ওপৰত বলোৰ খং আজিও মাৰ যোৱা নাই। গ'ল বেলি বিহুতে সিহঁতৰ কাজিয়া লাগিছিল। আঘোণাৰ ম'হৰ লাখুটিৰ মাৰত তাৰ নাকটো ভাগি গৈছিল। কল-কলকৈ তেজ ওলাইছিল। তাৰ পিচত বলোৱে বহুত বাৰ সুযোগ বিচাৰি ফুৰিও প্ৰতিশোধ লব পৰা নাই। এই প্ৰতিশোধৰ ভাব গাঁতৰ তললৈ নোযোৱালৈ তাৰ মনত থাকিব। বলোৱে এবাৰ উলটি চাই ঘনাই খোজ চলালে।

মাঘৰ উদয় পুহৰ শেহ; কিনো চাবা জাৰৰ ঠেহ।

বুঢ়ালোকে কোৱা কথাষাৰ হাতে হাতে ফলিয়ালে। পুহৰ শেষ ভাগত তাতে আকৌ বৰষুণ এজাকো পৰি গ'ল। ঠেটুৰৈ লগা জাৰত পুৱা-গধূলি বাহিৰলৈ ওলাবকে নোৱাৰাত পৰিল।

ফুট গধূলিতে নাম লগোৱাই বাঁহৰ মুঢ়া কেইটামান আনি জুই-কুৰা জ্বলালে। জুইৰ কাষত দিয়া পানীৰ টেকেলিৰপৰা এলোটা পানী নি গাটো তিয়াই গোসাঁই ঘৰত সোমালগৈ। জাৰত কঁপি

লাথুটিডালেৰে তিনিটা কোব মাৰিলোঁ। দীঘলকৈ টৈটনি এটা মাৰি সি কেনিবা দৌৰ মাৰিলে।”

“সেয়াহে তেওঁ। দেও-ভূতৰ মায়া কেনেকৈ ধৰিবি?” চেনেহীৰ গাৰ নোম এডাল হুডালকৈ শিহৰি আছিল।

“একো কৰিব নোৱাৰে নহয়! আঁহতৰ তলত মেকুৰী এটা ওলায়। কেতিয়াবা কুকুৰ হয়, কেতিয়াবা বগা কোমোৰা হৈ বাটে বাটে বাগৰি আছে। জৰীতলৰ কন্ধটোকো এদিন পাইছিলোঁ। তাৰ আকৌ মূৰেই নাই। বুকুতে চকু দুটা ত-তকৈ জিলিকি থাকে। পোটা পুখুৰীৰ বাকৃটোৱে সন্ধিয়া হলেই হাটকৰা-বাটকৰাৰ হাতৰ পৰা মাছ-পুঠি কাঢ়ি-আজুৰি নিয়ে। ম'হৰ গোন্ধ পালে কিন্তু কোনো ওচৰ নাচাপে।” আঘোণাই ম'হ গুৱাল জীৱনৰ ভয়াবহ দিশ এটা চেনেহীৰ আগত দাঙি ধৰিলে। অবাক বিস্ময়েৰে চেনেহীয়ে তাৰ কথা শুনিলে।

“আঘোণা নে সেয়া?” গোসাঁই ঘৰৰপৰা ওলাই আহি নামলগোৱা ভিতৰ সোমালহি।

“এৰা ৰৰপিতাই।” ফু এটা মাৰি আঘোণাই জুইকুৰা জ্বলাই দিলে।

“বহ দে। মই আখললৈকে যাওঁ। চাউল-খাৰধি কৰিলিনে আইজনী?”

“আখলতে যঁতাই থৈ আহিছোঁ। মাহ কেইটাহে ডিঙৰি। কলাখাৰ অকণ দিবি পিতাই।”

“খাৰণি চটাটো চাইছিলি জানো? আছে বা নাই আকৌ?”

“সিদিনাহে জহাইছিলি। থাকিব পায়।”

“থাকিব লাগে তেন্তে।” নামলগোৱা ৰৰঘৰৰ ভিতৰলৈ সোমাল।

“এইবাৰ কিন্তু যুঁজখন ভাল হব দেই।” আঘোণাই আকৌ কথা আৰম্ভ কৰিলে। মহুৰা খৰাত থকা মহুৰা আটাইকেইটা

ফুৰাই হ'লত চেনেহীয়ে চেৰেকিটনা ভাউৰিটোৰে সৈতে বেৰৰ কাষলৈ আঁতৰাই থলে। হাতখন আজৰি হ'লত আঘোণালৈ চালে। মন বেয়া কৰা গাভৰু চকুৰ চাৱনি। ম'হ গুৱাল মনটোত আকৌ আউল লাগি গ'ল।

"কাৰ লগত লগাবিনো ?" চেনেহীয়ে নীৰৱতা ভাঙি দিলে।

"বলোহঁতৰ খড়াটোৰ লগত দিবলৈকে বহুতে ধৰি আছে। দিবগৈয়ে লাগিব কিজানি। কোন জিকিব বাৰু কচোন ?"

"কেনেকৈনো কওঁ ?"

"মোৰ ম'হেই জিকিব, চাই থাকিবি। সইত্ সইত্।" আঘোণাই বেৰৰ ফাললৈ চাই মাটিত তিনিটা টোকৰ মাৰিলে।

"বৰ সৰবজান জীৱ এইটো। ই ঠিক্ ঠিক্ কৰিলে ঠিকেই হয়গৈ। আঘোণাই সন্তোষেৰে হাঁহিলে। জুইৰ ধোঁৱাবোৰ নাইকিয়া হৈ গ'ল। মূঢ়াকেইটা জ্বলি জ্বলি শেষ হৈ গ'লগৈ। চেনেহীয়ে হামি এটা মাৰিলে।

"নিশা ভালেমানেই হ'ল হবলা। তোৰো টোপনি আহিছে নহয় ?"

"চকু দুটাচোন বৰকৈ টানি টানি ধৰিছে।"

"এৰা, যাওঁ দে।"

"যাগৈ, ময়ো উঠোঁ।"

আঘোণাই দুৱাৰখন খুলি দিলে। বতাহ এজাক অহাত কোঠাটো আকৌ ধূৱঁলী কুঁৱলী হৈ পৰিল।

গাৰঁলৈ বিহু আহিল। ঢোল-পেঁপাৰ মাতে বিহুৰ বতৰ আনিলে।

খেতি-খোলাবপৰা আহৰি হৈ গঞা ৰাইজে ভোগালী বিহুৰ আয়োজন চলালে। মানুহৰ মনবোৰ উৎসৱমুখী হ'ল। ধান-মাছ

আগতীয়াকৈ কটা-মৰা কৰি আঘোণাই ম'হ হালত বেছিকৈ মনোযোগ দিলে। ম'হ হালৰ মাজতেই তাৰ মান-সম্ভ্ৰম, খ্যাতি-গৌৰৱ লুকাই আছে। এইখন যুঁজেই তাক প্ৰতিষ্ঠা কৰিব লাগিব। যদি বলো-হঁতৰ জয় হয়, তাৰ নাক উলিয়াবৰ থল নাথাকিব। মেনা ম'হটোক আঘোণাই পঁজালিয়ে পঁজালিয়ে মাহ খুৱালে। উই-হাফলুত লগাই শিং মাৰিবলৈ শিকালে। কেঁচা মাহ খাই গৰলীয়া হোৱা ম'হটোৰ পিঠিত বহি বহি আঘোণাই বহুত কথা ভাবিলে।

বিহুৰ পিচদিনা আগবেলাৰ ভাগতে ম'হৰ যুঁজ লগাবলৈ ম'হ গুৱালইঁতে স্থিৰ কৰিলে। বিহুৰ দিনা ৰাতি মাহ এপঁজালি খুৱাই ম'হটো বান্ধি থলে। পিচদিনা ৰাতিপুৱা ম'হটোৰ গাত সৰিয়হৰ তেল অলপ ভালকৈ সানি দিলে। তেল পৰি ম'হৰ গা চিকমিকাই উঠিল। গৰলত হাত ফুৰাই ফুৰাই ম'হটোক আঘোণাই কিবাকিবি বুজালে। মূৰ জোকাৰি ম'হটোৱে ভাবৰ সঁহাৰি দিলে।

ৰ'দ পুৰঠ হৈ আহিল। জুম পাতি পাতি ল'ৰা, বুঢ়া, ডেকা, জীয়াৰী, বোৱাৰী মুকলি পথাৰলৈ ওলাল। ঢোল, তাল, পেঁপাৰ মাতত পথাৰখন মন জুৰুৱা হ'ল। বলোহঁতৰ ম'হ নিলেই বোলে।

মূৰত ফুলাম গামোছাখন মাৰি ম'হৰ লাখুটিডাল হাতত লৈ আঘোণা ওলাই আহিল। খুটিলৈ গৈ খন্তেক থমকি বৈ গ'ল। খুটিৰপৰা মুকলি হবলৈ ম'হটোৱে ছটফটাব লাগিছে। ম'হটো খুলি তাৰ পিঠিত উঠি মাজ-চোতাললৈ উলিয়াই আনি আঘোণা আকৌ জপিয়াই নামিল। ঘৰৰ বুঢ়া, আঘোণাৰ বাপেক ওলাই আহি ম'হটোৰ গাত হাত ফুৰাই দি যুঁজলৈ আগবঢ়াই পঠিয়ালে।

গাৱঁৰ ল'ৰা-ছোৱালী, ডেকা-বুঢ়া কিছুমানে তাৰ পাচ ললে। নানাজনে নানা কথা কলে। ওখ আলিটোত জুম বান্ধি থকা তিৰোতাখিনিৰ ওচৰ পাই আঘোণাই মূৰ দাঙি চালে। চেনেহীৰ চকুত চকু পৰিলত তাৰ চকু দুটাই উলাহত নাচিলে। গৰ্ব্বত বুকুখন ফুলি উঠিল। ম'হটো ক্ৰমে আগুৱাই নিলে। ঢোল, পেঁপা, খুটি-

তালৰ বিশৃঙ্খল শব্দ কিছুমান আহি কাণত পৰিলহি। দুই-একে আঁতৰৰপৰা উপদেশ দিলে, দূৰৰপৰা ম'হ এৰি নিদিবলৈ সঁকিয়াই দিলে। বলোইঁতৰ লাওমূৰাটোৱে ৰবকৈ খুন্দা মাৰে বোলে। আপোন মানুহৰ সতৰ্ক বাণী শুনি শুনি আঘোণাই ম'হটো আগবঢ়াই নিলে। অগণন মানুহ। চিঞৰ-বাখৰ, হাই-উকমিৰে মুখৰ মুকলি পথাৰত এটা উশৃঙ্খল জন-সমাবেশ। ম'হৰপৰা নামি আঘোণাই নাকিডাল ভালদৰে ধৰিলে। ম'হটোৱে উৎপাত লগাবলৈ আৰম্ভ কৰিলে। হাতে হাতে লাখুটি লৈ গুৱালবোৰে ম'হহাল আৱৰি ধৰিলেহি। দুই-চাৰিয়ে হেঁচা মাৰি ধৰা মানুহবোৰ আঁতৰাই যুঁজৰ ঠাইখন মুকলি কৰি দিলে। আকৌ উকমি উঠিল। আঁতৰে আঁতৰে মানুহে জুম পাতিলে।

"এই ৰবি, ৰবি। ঐ বাইজ আঁতৰ হোৱা।" বলোৰ ককায়েক বুদ্ধেশ্বৰে মানুহ কিছুমান হেঁাহকাই দিলে।

"এইফালে আন।" বুদ্ধেশ্বৰে সিহঁতৰ ম'হটোৰ নাকীডাল হাতলৈ ললে। দুটা পালীয়া ম'হৰ সাক্ষাৎ হ'ল। মূৰ তুলি উভয়ে উভয়ক প্ৰত্যাহ্বান জনালে।

"দে এৰি।" বুদ্ধেশ্বৰে সিহঁতৰ ম'হটোৰ নাকীডাল টান মাৰি এৰি দি আঘোণাক ইঙ্গিত দিলে। লগে লগে আঘোণায়ো ম'হৰ নাকী খুলি দিলে। বন্ধনমুক্ত ম'হ দুটাই নিলগে নিলগে উভয়লৈ চালে।

"ধৰ ধৰ।" বুদ্ধেশ্বৰে ম'হটোৰ গাত চাট এটা মাৰিলে। দুয়োটা ম'হ দুফালৰপৰা বিস্মাশয়দে দৌৰি আহিল। গাৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰি খুন্দা মাৰিলেহি। মানুহৰ মাজত আকৌ হৈ-চৈ চিঞৰ-বাখৰ লাগিল। সৰু সৰু লৰা-ছোৱালীবোৰ নিৰাপদ ঠাইলৈ দৌৰিবলৈ ধৰিলে।

প্ৰথম খুন্দাটোতে আঘোণাৰ ম'হটো মুখ থেকেচা খাই পৰি গ'ল। বুদ্ধেশ্বৰহঁতৰ ম'হটোৱে মূৰ পাতি হেঁচা মাৰি ধৰিলে।

"মাৰ, মাৰ। ঐ কি চাই আছ? ম'হ গুৱালহঁতে বুদ্ধেশ্বৰহঁতৰ ম'হটোৰ পিঠিত ওপৰা-উপৰিকৈ মাৰ লগালে। তং নাপাই মূৰ এৰি সি পিচুৱাই গ'ল। আঘোণাৰ ম'হটো উঠিবকে নোৱাৰিলে। ঠেং ভৰি মাৰি চকু পচাৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে ম'হটো পথাৰতে মৰি থাকিল। বাইজৰ মাজত হুৱাহুৱা লাগিল।

মৰা ম'হটোৰ ডিঙিত সাৱটি ধৰি আঘোণাই বুকু ভুকুৱাই কান্দিলে। মানুহে হাঁয় হাঁয় কৰিলে। যুঁজৰ পথাৰ খন্তেকতে চেঁচা পৰি গ'ল। বাইজৰ মাজত গৰমিল হ'ল। কোনোবাই কাপোৰ এখন ম'হটোৰ কাষত পাৰি দিলে। দুই-চাৰি পইচাকৈ দৰ্শকসকলে দলিয়াব ধৰিলে। দেৰকুৰিমান টকা উঠিল। আঘোণাই কিন্তু পইচা হাতেৰেই নুছুলে। বহুতে বহুত বুজালে। তাৰ মনে বুজনি নামানিলে। হঠাতে এইবোৰ কি হৈ গ'ল সি বুজিবকে নোৱাৰিলে। হাঁহি আনন্দেৰে সজাই-পৰাই উলিয়াই আনি মৰমৰ ম'হটোক এইদৰে চিৰকাললৈ হেৰুৱাই পেলাব লগা হোৱাৰ যাতনাই আঘোণাৰ ডিঙিত হেঁচা মাৰি ধৰিলে। ম'হটোৰ কাষৰপৰা আঁতৰি আহিবলৈ সত্ নোযোৱা হ'ল। মানুহবোৰ দিহাদিহি গ'লগৈ।

"উঠ এতিয়া; ঘৰলৈ ব'ল।" ভায়েক সকবাপুৱে আঘোণাৰ হাতত ধৰিলে। তাৰ চকুতো চকুলো। আঘোণাই আকৌ ফেকুৰি ফেকুৰি কান্দিলে।

"কান্দিলে কি হব: যি হব লগা আছিল হৈয়েই গ'ল।" চকুপানী মচি সকবাপুৱে আঘোণাক আকৌ প্ৰবোধ দিলে।

আঘোণা উঠিল। লাখুটিডাল কান্ধত পেলাই কেনিও নোচোৱাকৈ ঘৰলৈ খোজ ললে। চকু তাৰ সজল, মন তাৰ ক্লান্ত, হৃদয় তাৰ ভাগি যোৱা। সেইদিনা আঘোণা দিনটো বিছনাতে পৰি থাকিল। ম'হটোৰ মায়াই আঘোণাক ৰৰকৈ আকুল কৰি তুলিলে। লগৰী হেৰুৱাই অকলে অকলে খুটিত ছটফটাই থকা ম'হটোৰ কথা সি পাহৰি গ'ল।

সিহঁতে ম'হৰ্ভ কুমন্ত্ৰ কৰিছিল : আঘোণাই ভাবিলে। কুমন্ত্ৰ নকৰিলে কেতিয়াও এনে নহয়। তাৰ সন্দেহ দৃঢ় হ'ল। প্ৰতিহিংসাত, ক্ষোভত ম'হগুৱাল মানুহটো গৰম হৈ গ'ল। বহুত ভাবিলে। এয়া তাৰ চৰম পৰাজয়। সহ্য কৰিবলৈ তাৰ ধৈৰ্য্য নোহোৱা হৈ গ'ল।

সেইদিনা ঘৰখন বৰকৈ বেয়া লগা হৈ পৰিল। দিনটো চকৰ তললৈ জুইকে নগ'ল।

বিহু আহিল আৰু গ'ল।

গাওঁৰ বুকুলৈ স্বাভাৱিক অৱস্থা ঘুৰি আহিল।

জীৱনৰ গতি আকৌ সলনি হ'ল। পুৰণি দিনৰ কথা এটা এটাকৈ মনৰপৰা মচ খাবলৈ ধৰিলে। কেইদিনমানলৈ সামৰি থোৱা নাঙলবোৰ আকৌ কামত লাগিল। পথাৰে পথাৰে নাঙলৰ শিৰলু জিলিকিল। নতুন দিনৰ সপোন আহিল। নতুন বছৰৰ জল্পনা-কল্পনা আৰম্ভ হ'ল। জীৱন চকৰী ঘুৰিয়েই থাকিল। শীতৰ হিমচেঁচা বতাহ জাকৰ গতি সলনি হ'ল। বসন্তৰ বাউলি বতাহ বৰলৈ আৰম্ভ কৰিলে। শুকান পাত সৰি গছ-বিৰিখৰ লথা ডালবোৰ ওলাই পৰিল। এজাক বৰষুণ বিচাৰি ধৰাই ছাটিফুটি কৰিলে। ল'ৰা-ছোৱালীয়ে ভেকুলী-বিয়া পাতিলে : "ভেকোলা-ভেকুলী বিয়া এ, মেঘ-দেৱতা বৰষুণ দিয়া হে।" মেঘৰ কাণত শিশুৰ নিবেদন নোসোমাল। বৰষুণ নাহিল। চ'তৰ খৰত পৃথিৱী শুকাই গ'ল। মেঘলৈ চাই চাই হাজাৰ হাজাৰ কৃষকে হুমুনিয়াহ কাঢ়িলে। পঞ্জিকাত চ'তমহীয়া বৰষুণ নায়েই বুলিছে। বতৰ এইবাৰ শেহতীয়া হব কিজানি। চ'তৰ শেষত এজাক বৰষুণ পৰিল।

বাতিপুৱা হালখন জুৰি লৈ আঘোণাৰ মনটো পথুৰ হৈ আহিল। ম'হৰ হাল বাই অভ্যস্ত হোৱা হাত দুখন খালি হৈ গ'ল। ম'হ লোৱাৰ

আশা সি এৰি পেলালে। খাচপুৰীয়াটোক গুটিয়াকৈ কিছুদিন বাইছিল। তাকো শেষত বেচি পেলালে। সি থাকিলে তাৰ বুকুৰ জুইকুৰা মুমুমায়। এতিয়া কিন্তু এখন হালেৰে খেতি চম্ভলা টান হৈ পৰিল।

উভলি মূৰত হাল বখাই আঘোণাই চুৰট এটা পকালে। মাটিৰ পৰা মল্‌মলীয়া গোন্ধ এটা আহি নাকত লাগিলহি। ৰ'দৰ তাপত শুকাই থকা মাটিত ন-বৰষুণৰ পানী পৰি ওলোৱা মিঠা মিঠা গোন্ধ। আঘোণাই হালত ধৰিলে। নাঙলৰ কুটিটোত হেঁচা মাৰি ধৰি গৰুহাল ঘুৰাই নতুনকৈ আওঁচ এটা জুৰিলে।

"হেৰ' আঘোণা, চুৰট-চাধা আছেনে তোৰ ফালে ?"

"চাধা এহোপা খাবলৈকে ইমান বাট আহিলানে ভিনিহি ?"

"মুখখনে সিৰসিৰাই আছে অ'। দেচোন দে।"

"সেই বিৰিণা মূঢ়াটোৰ কাষতে আছে। বনাই খোৱাগৈ।"

"তই জানো এহোপা নামাৰ ? অলপ জিৰাই-শঁতাই লহি আহ।"

"এতিয়া জানো জিৰোৱাৰ সময় ভিনিহি ? ধানৰ চাটিয়েই মাৰিব পৰা নাই এচোন।"

"আমাৰ যে গোট মাটি গোটেই আছে।"

"তোমাৰ কথা আকৌ বেলেগ।"

"নাঙলটো বৰ সঁজাল হৈপায় ?"

"আজিহে জুৰিছোঁহি।"

"মোৰ আকৌ মক্মিলেই হৈছে দে। ফালচলাও তেনেই বুটি হ'ল। নতুন এচলা আনিবই পৰা নাই। হালনো বাওঁ কেনেকৈ ? মৈখনো গ'ল বেলিয়েই হেৰাল।"

"খেতিৰ বতৰত যে নাঙল, মৈ, ফাল গোটাবলৈ থোৱা, আজৰি সময়তেইনো গোটাই নোলোৱা কিয় ?"

"গোটাম গোটামকৈ থাকোঁতেই থাকিল দে।"

"খেতি কৰি কৰিয়েই বুঢ়া হ'লাহি। অথচ খেতি কৰিব আজিও নাজানিলা। অৱস্থা ক'ৰপৰা ভাল হব বাক?"

"নকৰি বোপাই, কপালত নাথাকিলে, দহো আঙুলিৰে আজুৰিলেও নহয়। আমাৰ ৰবাতেই বেয়া। চূণৰ চকত হাত দি আহিছোঁ হৰলা। নহলেনো এনে অৱস্থা হয়নে?" ডাঙৰকৈ চুৰট এটা জ্বলাই লৈ দেহীৰামে হোপা মাৰিলে।

"থোৱা, থোৱা, সেইবোৰ অলাগতীয়াল কথা চোবাব নালাগে। বুইছা ভিনিহি, বোলে, সাঁতোৰ সাঁতোৰ নিজ বাহু বলে, সাঁতুৰিব নোৱাৰিলে যা ৰসাতলে।"

"হয়, হয়, শাস্ত্ৰত ঠিকেই কৈছে। বোলে ভৱনদী পাৰ হৈ জীৱই আছে চাই, দেখা দেখা ভাই-বন্ধু দেহৰে বিলাই। যাওঁ দে। বেলিও বহুতখিনি হ'লহি।"

"যোৱাঁ।" দেহীৰাম যোৱাৰ ফালে আঘোণাই এপাক চালে।

"এই ঘুৰ, ঘুৰ।"

উভলি মূৰত গৰুহাল ঘূৰাই আঘোণাই দেহীৰামৰ কথা ভাবিলে। ল'ৰাই-ছোৱালীৰে এপাল মানুহ। মাটি-বাৰীও তাকৰীয়া। হেৰ' পৰিশ্ৰমকে কৰচোন। খাটিব পাৰিলে মৰণ নাই। গাটো হলে সুখীয়া দেই। বেলি এঁদাৰ মুঠালৈকে হাল নানে। আওঁচ দুটামান মাৰিয়েই পথাৰে পথাৰে চাধা কাগজ বিচাৰি ফুৰে। গাত ৰ'দ লাগিলেই হাল মেলি ঘৰমুৱা হয়। মূৰকত জাবৰে-জোথৰে কঠিয়া এগাল পেলাব পাৰিলেই হ'ল খেতিয়কটো। সাইলাখ শিৱ গোঁসাইৰ দৰেই দস্তৰটো। পুৰণি আওঁচটো মাৰি নতুন আওঁচ এটা জুৰিবলৈ আঘোণাই গৰুহাল বঢ়াই খেদালে

"তোমালোকৰ পঢ়া-শুনা যে গ'লেই, হাল-কোৰো গ'ল। বহি থাকিলেই খাবলৈ হয়নে?"

"পঢ়িবতো নোৱাৰিলোঁৱেই। হাল বাবলৈকো মাটি নাই। খাটি খাবলৈ থল নাথাকিলে বহি বহিয়েই খাবগৈ লাগিব।"

"বুঢ়া বাপেৰাহঁতে হাড়ক মাটি কৰি ধন আৰ্জিছে, আৰু ডেকাহঁতে খাই থাকা। উপাৰ্জনৰ পথ এটা এতিয়াই বাছি নললে পিচত কি কৰিবাগৈ? মাটি মাটিকৈ বহি থাকোঁতেই মাটি নাইকিয়া হ'ল। হাবি-জঙ্ঘল জুৰি দেশৰ মানুহ বহিল। তোমালোকে মাটিকে নাপালা।"

"জীয়াই থাকিলে খোৱাৰ উপায় এটাও ওলাব বোধহয়।" পুতুলে প্ৰতিবাদ এটা থিয় কৰিলে।

"ওঁ, চোৰ-ডকাতেও তো খাইছে নহয় জানো? আমাৰ সৰুবাপুক ককায়েকে পঢ়ুৱাবলৈ লৈছে। তোমালোকে আকৌ বাধা নিদিবা, এটাতো মূৰ্খ হলেই। তাকো হবলৈ দিব নোৱাৰি।"

"সৰুবাপুৱে পঢ়িব পাৰিলে আমিও বেয়া নাপাওঁ নবৌ। গাৱঁত লিখা-পঢ়া জনা মানুহ আমাকো লাগে।"

"তোমালোকে তাক মিছামিছি কথাত অলৈ-তলৈ লগ লবা। লাইব্ৰেৰী, বিহু সমিতি এইবোৰত লাগি থাকিলে পঢ়িব ক'ৰপৰা?"

"এইবোৰ সামাজিক কাম কৰিও বহুতে পঢ়িছে নহয়।"

"কি গৰজনো এইবোৰ কৰি থাকিবৰ? লাইব্ৰেৰী ডাল আমাক কেলৈনো?"

"লাইব্ৰেৰী এটা সামাজিক শিক্ষাৰ অনুষ্ঠান। গাৱঁৰ মানুহক শিক্ষিত কৰিবলৈ হলে, গাৱঁৰ বাইজক সচেতন কৰিবলৈ হলে, এই লাইব্ৰেৰী এই সভা-সমিতি আমাক লাগিবই।"

"থোৱাঁ, থোৱাঁ, বৰ পণ্ডিতখন হবাগৈ। বুঢ়া কেইটাৰ হাতৰ নাঙল কেইটাকে কাঢ়ি লব পৰা নাই। ফুটনি।"

"বুঢ়া কেইটাৰ হাতত নাঙল থকালৈকে গাৱঁত শান্তি থাকিব। জানা নবৌ; আমাৰ পথাৰখন এশ, ছকুৰি নাঙলৰ পথাৰহে। তাৰ বাহিৰে বেছি নাঙল চোঁচৰাবলৈ ঠায়ে নোযোৰে। বৰ্ত্তমান কিন্তু

নাঙল ধৰিব পৰা মানুহ পাঁচশৰো অধিক হৈছেগৈ। তেতিয়া হলে বাকীবোৰ মানুহে কি কৰিব। বেলেগ-নিলগ হৈ একেখন ঘৰেই পাঁচ-ছয়খন ঘৰ হলে মাটিয়ে আঁটিব জানো?" ললিতে দীঘলীয়াকৈ যুক্তি কেইটামান দাঙি ধৰিলে।

"গতিকেই আমি সমাজ-সেৱা কৰিবলৈ ওলাইছোঁ।" ধৰ্মকান্তই ললিতৰ কথা সমৰ্থন কৰিলে।

"এনেদৰে তাচ-পাশা খেলি, দুপৰ ৰাতিলৈকে বাহিৰত থাকি, বেলি দুপৰীয়া হোৱাৰ পিচত বিছনা এৰি যিখন সমাজ-সেৱা কৰিবা তাক বুজিছোঁ নহয়।"

"আঘোণাৰ নবৌয়েক খণ্ডত উচাৎ মাৰি ভিতৰ সোমাল। সৰুবাপু ওলাই আহি অতুলহঁতৰ লগ লাগিলহি। বাহিৰত হোৱা কথা-বতৰা সৰুবাপুৱে একোকে নুবুজিলে।

"ব'লহঁত। বহীখন আনিছনে নাই অ' ধৰ্মেশ্বৰ?"

"আনিছোঁ। কোনফালৰপৰা ধৰিবি এতিয়া?"

"গায়ন বৰাৰ ঘৰলৈকে পোনতে যাওঁ ব'ল।"

"ব'ল তেন্তে।"

"তাৰৈ, তাৰৈ ঘৰত আছেনে?" দুৱাৰদলত ভৰি দি ধৰ্মেশ্বৰে মাতিলে।

"কোন? অ' ডেকাহঁত একা?" গায়ন বৰাই ল'ৰা কেইটালৈ ভালদৰে চালে।

"অহাৰ সকাম?"

"পুথিভঁৰালৰ বাবে বৰঙণি বিচাৰি আহিলোঁ মোমাই।"

"আহিছতো এতিয়া, হাতত হে পা-পইচা এটাও নাই। পিচে-পৰেও আহিবি নহলেবা। যোগাৰ-পাতি কৰিব লাগিব নহয় আকৌ।"

"বাঁহ কেইটামানো দিব লাগিব ৰৰপিতাই।"

"সিমানবোৰ খোকা নাপাতিবিহঁক। যি পাৰোঁ পা-পইচাকে

দিম। বাঁহ কেইজোপা উঠিছেহে। ন-বোৱা বাঁহ, নিজেই কটা নাই।"

"সজকামতে লাগক তেন্তে।"

"ওঁহো। বাঁহ দিব হলে নোৱাৰিম দেই।"

ল'ৰাহঁত পদূলি পালেগৈ। পইচা বিচাৰি বেলাটো ঘুৰি পাঁচটামান টকা পালে। গাৱঁৰ মানুহে লাইব্ৰেৰীৰ কথা শুনিলেই মুখ ঘুৰায়। গাৱঁৰ মাজত এই ল'ৰাকেইটাৰ কথা-বতৰা, ভাব-ভঙ্গীবোৰ দেখি বুঢ়া-মেথাৰ চকুৱে তহ্‌তহাই থকা হৈছে। ইহঁতৰ কথাবোৰ নগৰীয়া মানুহৰ দৰে ওখ খাপৰ। কামবোৰ হলে গৰ্হিত ধৰণৰ হে। কথাৰে গাৱঁৰ উন্নতি কৰিবলৈ ওলোৱা এই ল'ৰাকেইটাই যিবোৰ কথা কয়, তাৰ লগত কামৰ মিল সমূলি নাই। সিদিনা ধৰ্মেশ্বৰ বোলাটোৱে কেতেকীক বেয়া কথা কৈ সেইখন কাজিয়াও লগাইছে। ইহঁতৰ দেখোন আদৰ্শ ই নাই। লোকক ভাল কৰিবলৈ যোৱাৰ আগতে নিজে ভাল হৈ নলৱহঁক কিয়? বক্তিতা মাৰি দেশৰ উন্নতি কৰিবলৈ ওলাইছে। চলাহী কথাৰে ধন কেইটামান গোটাই লৈ চেলা চালনৈ, বিছা বাৰলৈ যাবিগৈহঁত। লাইব্ৰেৰী তাতেই পৰি থাকিব। ডেকা ল'ৰাৰ খেনা খোৱাৰ ঘৰ হব। অৱশ্যে নামঘৰৰ দাঁতিতে সাজিম বুলিছে যেতিয়া পৰস্তে চোঁঘৰো কৰিব পৰা হব যেনিবা।

সকবাপুহঁত ওলাই যোৱাৰ পিচত গায়ন ববাই গাৱঁৰ বংশধৰ সকলৰ মতি-গতিবোৰৰ কথা ভাবিলে।

ইহঁতৰ তেজত গাৱঁৰ আকৰ্ষণ কমি আহিছে। মিলি-জুলি ভাই-ককাইৰ দৰে জীয়াই থাকিবলৈ নিশিকি গাইগোটা পেটেঙঁৱাল হোৱাৰ কথা শিকিছে। পঢ়া-শুনা কৰি ইহঁত তললৈহে নামিছে।

"ঐ জহনিত যাতী। ভাল লাগিবলৈ গলিয়েই। বাহি-বন

এখনো কৰিব নোৱাৰিলি। আহ আজি, কাঠখৰিৰ মাৰে মুখেদি হুলকে হুলকে তেজ উলিয়াম"

উপজি পুৱাতে ঘিণাইৰ মাক কপাহীয়ে টেটুফালি চিঞৰিলে। আঘোণাৰ টোপনি ভাগি গ'ল। হালখতিৰ পুৱাটোও অকণমান আৰাম কৰিব নোৱাৰি। শোৱাৰপৰা উঠি আহি পিৰালি দাঁতিত থিয় হৈ বিৰক্তিৰে আঘোণাই সিহঁতলৈ চালে।

"এইটোৰ, এই মৰিবলৈ ধৰাটোৰ বন চোৱা।" আকৌ কপাহীয়ে মুখ মেলিলে।

"সেইখন কি বাপেৰৰ লাওখোলাটো বনাইছ? চৰাই মাৰি ৰজা হবি নহয়। পঢ়া-শুনাতো নায়েই, পথাৰলৈকে দলিমৰিয়াটো লৈ এপাক যাব পাৰে। ইঃ চৰাই ধৰিবলৈ ফান্দ বনাইছে।" কপাহীয়ে ঘিণাইলৈ খেদা এটা মাৰিলে।

আঘোণাইঁতৰ চোতালেদি ছুপ্‌ছুপকৈ লৰ মাৰি পদূলিমুখৰপৰা ঘিণায়ে জিভা উলিয়াই মাকক সিঞাৰি দিলে। মাকে মুখেৰে বকি বকি কাঁহি বাটিজাপ উলিয়াই আনিলে। আঘোণাই ঘিণাইৰ মাকৰ কথাবোৰলৈ কাণ পাতিলে। মাক হোৱাতো নিচেই সহজ কথা। মাতৃ হবলৈ কিন্তু যোগ্যতা লাগে।

গাৱঁৰে ছোৱালী কপাহী বাইটি। পুতলাৰ দৰা-কইনা সাজি, ভেকোলা-ভেকুলীৰ বিয়া পাতি, খালে-বিলে জকাই মাৰি, দংদঙাই ফুৰা কপাহী বাইটি গাভৰু হ'ল। মৰকীয়া হাল বাই পেট প্ৰবৰ্তোৱা দেহীৰাম ভিনিহিৰ লগত ক'ৰবাত কেনেবাকৈ মনৰ কথা পাতিলে। দুটা চেঙেলীয়া মনৰ মিল হ'ল। কপাহী বাইটি পলাই আহি দেহীৰামৰ ঘৰ সোমালহি। দেহীৰামৰ আধৰী জীৱনটোৱে ৰূপ সলালে। সংসাৰ যাত্ৰা আৰম্ভ হ'ল। দেহীৰাম ভিনিহি আৰু কপাহী বাইটিয়ে যৌৱনৰ খেমালি কৰিলে। এমথা শিশুৰ হাঁহিৰে পঁজাঘৰ উজ্বলি উঠিল। পিতৃ হোৱাৰ গৌৰৱত দেহীৰামৰ, মাতৃ হোৱাৰ সন্তোষত কপাহী বাইৰ আনন্দৰ সীমা নোহোৱা হ'ল। বৰ

ল'ৰা আহিনাক নাঙলটো গতাব পাৰিলে ভিনিহি আজৰি হব, ডাঙৰ ছোৱালী ভুটুকীক বাহিৰন কৰিবলৈ শিকাব পাৰিলেই বাইটি মুক্ত হব। তাৰ বাহিৰে সিহঁতৰ ভাবিবলগীয়া একো নাই। ঘৰ-দুৱাৰ, মাটি-বাৰীৰ কথা ভিনিহিহঁতে ভাবিব নালাগে। ঘৰৰ মজিয়াত বহি সৰগ দেখিলেও, সহস্ৰ ফুটাৰে পানী বৰষি মজিয়া ওপঙি গলেও সংসাৰ-যাত্ৰা চলি থাকিব। ল'ৰা-ছোৱালী ডাঙৰ হব। বয়স হলে ল'ৰাই নিজেই ছোৱালী বিচাৰি লব। ছোৱালীয়ে মনে খোৱা কাৰোবাক দেহাটো গতাব। এইবোৰ স্বভাৱতে চলি থকা কথা। তাকে লৈ ভিনিহিহঁতে মূৰ ঘমাবৰ প্ৰয়োজন নাই।

জলপান এবাটি পেটত পেলাই কোৰখন হাতত লৈ আঘোণা পথাৰলৈ ওলাল। হালখটি হ'ল বুলিয়েই বহি থাকিব নোৱাৰি। হালখটিৰ দিনাহে আচলতে কামৰ ধুম বাঢ়ে। খেতিৰ বতৰত বহি থাকিলে বছেৰেকলৈ ভাত মুঠি হেৰাব।

"পিতাইৰ অসুখ। মূৰকে দঙা নাই।"

"কেতিয়াৰপৰা?"

"চথাই দিনাৰপৰাই নে নে থেহ থেহকৈ আছিল। কালিৰেপৰা ঢাৰিয়ে-পাটিয়ে লাগিছে।"

"দৰব-পাতি কিবা খুৱাইছনে?"

"আনি দিওঁতাই নাই দেখোন।"

"এবা, ভাগৱতীৰ ত'ৰপৰা পানী অকণ আনি খুৱাব লাগিছিল। চিৰঠা পাৰিবনে ক'ৰবাত?"

"ক'তনো পামগৈ!"

"মৱেই বিচাৰিমগৈ বহ।" আঘোণা ভিতৰলৈ সোমাই গ'ল।

"ৰৰপিতাই?" নামলগোৱাৰ ওচৰত থিয় হৈ মাত দিলে।

"অ' বোপাই।" নামলগোৱাই গাটো কাটি কৰি আঘোণালৈ চালে। বাঁহৰ চাংখনে মৰ্মৰাই গ'ল।

"চাওঁ।" আঘোণাই নাম লগোৱাৰ গাত হাত দি জ্বৰৰ তাপটো চালে। ৰাম ৰাম। বৰ জ্বৰ দেখোন।"

"গোটেই ৰাতি খোলাত ভজাদি ভাজি আছে। সুত্ৰধাৰীৰপৰা জুৰনিটোকে আনিব পৰা হলে।" নামলগোৱাই অসহায় অৱস্থাটোৰ কথা অনুভৱ কৰি হুমুনিয়াহ কাঢ়িলে। জ্বৰিয়া মুখৰ বেয়া লগা গোন্ধ এটা আঘোণাৰ নাকত লাগিলহি।

"আনি দিম ৰবা ৰৰপিতাই।" আঘোণা বাহিৰলৈ ওলাল।

"গধূলিকৈ এপাক আহিবিচোন ককাই।"

"আহিম বাৰু। তই ৰৰপিতাইক চাবি। জ্বৰ মূৰত উঠিলে পানী-ছুনি দিবও লাগিব।" আঘোণা চোতালৈ ওলাল।

"চিন্তা কৰিব নালাগে। জ্বৰ-নৰিয়ানো কাৰ নহয়! বেমাৰ-ব্যাধি দিছে যেনেকৈ ঔষধো দিছে তেনেকৈয়ে।" চেনেহীৰ মুখৰ বৰণটোলৈ লক্ষ্য ৰাখি আঘোণাই নিৰ্ভয় দিব খুজিলে।

"মোৰ যে বৰ ভয় ভয় লাগিছে। পিতায়ে ৰাতিটো কিবাবোৰ বকি আছে। মৰা মানুহৰ কথাবোৰ কৈছে। অকলে অকলে মই বাৰু কেনেকৈ থাকিম?"

চেনেহীৰ চকুৰ কোণ দুটা সেমেকি আহিল।

"কান্দিলিয়েই চোন। ভয় কৰিব লাগিছে কিয়, আমি আছোঁ নহয়।"

আঘোণাৰ মনটোও সেমেকি গ'ল। ছোৱালীজনী সঁচাকৈয়ে দুৰ্ভগীয়া। ৰৰপিতাইৰ অবিহনে তাই তেনেই ঘাত-মাউৰা হবগৈ। ছোৱালীজনীক থান্থিত্ এটা লগাই যাব পৰা হলে ৰৰপিতাইৰ আত্মাটোৰ শাঁত পৰিলহেঁতেন। সি অকাৰণে চিন্তা এটা কৰি কৰি পদূলিলৈ ওলাল।

দুপৰীয়া পৰত বলোৱেও খবৰটো পালে।

আবেলি পৰত বনমালী বৈদ্যক লগত লৈ আহি নামলগোৱাক দেখুৱালেহি। চাই-চিন্তি বৈদ্যে বিহলঙনিৰে কোব কেইটামান মাৰিলে।

"আচল জ্বৰখনেই লম্ভিছে দেই। হাত ফন্দিয়াই ধৰিছে নহয়।" বৈদ্যই শিৰামুৰিয়ে ধৰা আঙুলিকেইটা মটক্ মটক্কৈ ফুটাই হাতখন তুবাৰমান আচাৰিলে।

"সোনকালে ভাল হবনে?" সোধো-নোসোধোকৈ চেনেহীয়ে সুধিলে।

"নহৈ পাৰিবনে? বনমালী বৈদ্যৰ মন্ত্ৰৰ চোক নহলে, সাপতো বিষ নহব বুইছ আইটি? মই এতিয়া যাওঁ। কালিলৈ আকৌ আহিম। তই ভোজনি এটাৰ দিহা কৰিবি। আৰৈ চাউল এখৰাহী, গুৱাপান এযোৰ, নতুন গামোচা এখন, ৰূপ পাঁচ শিকি গোটাই থবি। পাৰিবি নহয়?"

"পৰা হব।" চিন্তিতভাবে চেনেহীয়ে শলাগিলে।

"যাওঁ তেন্তে। অ' কবলৈ পাহৰিছিলোঁৱেই, মই যে দিলোঁ পানীখিনি; তাৰে অলপ খুৱাবি। বাকীখিনি মূৰৰপৰা ভৰিলৈকে সানি দিবি। মনত থাকিব নহয়?"

"থাকিব।"

বৈদ্যই বিদায় ললে। তামোল এখন খোৱাৰ ছলেৰে বলো খন্তেকপৰ বহি থাকিল।

"তইচোন বৰকৈ খীণাই গলিগৈ একা। ভাত-পানী একো খোৱা নাই নেকি? চেনেহীলৈ চেনেহেৰে চাই বলোৱে সুধিলে।

"কেনেকৈনো খাওঁ। পয়মালখন নেদেখিছ?"

"বুঢ়া মানুহ। বেমাৰ-আজাৰ হবই। বনমালীৰ হাতত পৰিলে বেমাৰ থাকিব নোৱাৰে বুইছ। খবৰটো পায়েই সেয়েহে বাহিৰে বাহিৰে লৈ আহিছোঁ।"

"আধোণা ককায়ে আকৌ জুৰণি এটা অনাৰ কথাও কৈছে।"

"থ, থ, সেইটোৱে অনা জুৰণিডাল খুৱাব নালাগে। সেইটোৱে জানেনো কিখন। তেলী শালৰ ধোঁৱা এটাই এইবোৰ জানিব পৰা হলেতো কথাই নাছিল। বনমালীৰ দৰবেই চব ঠিক কৰি দিব। চিন্তা কৰিব নালাগে। বুজিছ ?"

"ওঁ।"

"এতিয়া যাওঁ বাক। গধূলিকৈ এপাক আহিম।" নিজে নিজে কৈ কৈ বলোৱেও খোজ ললে।

সন্ধিয়া লাগি ভগাৰ পিচতে বাঁহৰ চুঙা এটাত পানী এচুঙা লৈ আঘোণা ওলালহি।

"হোঁ নে। আইপাকৰ পানী। জ্বৰ অলপ শাম কাটিছেনে ?"

"দিনত অলপ বাক যেন লাগিছিল। এতিয়াহে ঠিক।"

"ইয়াৰ এঢোক পেটত পৰিলেই ঠিক হৈ যাব। অকণমান খুৱাই দেগৈ।" চেনেহী ভিতৰ সোমাল। আঘোণা অলপ সময় বাহিৰতে ৰহিল।

"ৰবপিতাইৰ গা বাক যেতিয়া মিছাতে টোপনিখন খতি নকৰোঁ নেকি ?"

"যাগৈ তেন্তে।"

"এৰা, আজিকালি যিহে চৌ-চৌকৈ ব'দ ওলাই, টোপনি খতি হলে হালৰ তলীত বৰ টান লাগে দে। সেয়েহে কৈছোঁ।"

"বুজিছোঁ।"

আঘোণা বাহিৰলৈ ওলাল। জোনটোৰ পোহৰকণো ঢুকাই আহিছে। শেষ জোনাক হোৱা হলে ভালেই আছিল। বাতিয়েই হাল নিব পাৰিলেহেঁতেন। শিমলুতলৰ দাগটোত কালিলৈ ধান পেলাব লাগিব। এহাল গৰুৰে আঠকঠা মাটি বাওঁতে দুপৰেই হবগৈ নহয়। গুণি-গাঠি আঘোণাই ঘৰলৈ খোজ ললে।

আঘোণা যোৱাৰ পিচত চেনেহীয়ে পিচফালৰ দুৱাৰখনৰ দাংডাল ভালদৰে মাৰিলে। মুটুকীয়া কোমল চাউল কেইটামানত নিমখ এজেৰা পেলাই তুগালমান মাৰোঁতেই বাহিৰৰপৰা বলোৱে দুৱাৰত হেঁচুকিলেহি।

"শুলিয়েই নেকিহঁক অ' ?"

"কোন, বলো ককাইটিনে ?"

"ওঁ।"

"ৰবি গৈছোঁ।" চেনেহীয়ে দুৱাৰখন খুলি দিলে। বলো ভিতৰ সোমাই গ'ল।

"কেনে আছে এতিয়া ?"

"জ্বৰখন দেখোন আকৌ উঠি আহিছে।"

"হয় নেকি ? চাওঁ ব'লচোন।" হাতত চাকিটো লৈ বলো সিটো কোঠালৈ গ'ল।

"মোমাই ? কেনে পাইছা ?"

"জানো বোপাই, আকৌ উঠি আহিছে দেখোন। হাত-ভৰিবোৰ জালুক জলকিয়াই পোৰাদি পুৰি আহিছে।"

বলোৱে নামলগোৱাৰ কপালত হাত দিলে।

"এই বৰ জ্বৰ দেখোন। চানেক চৰিব যেনহে পাইছোঁ। পানী এলোটা আনচোন চেনেহী।"

নামলগোৱাৰ মুৰত পানী অলপ সানি দি বিচনিখন বলোৱে হাতলৈ ললে।

"ময়েই অলপ বিচোঁ। তই অলপ শঁভাই ল।" চেনেহীৰ প্ৰতি বলোৱে সহৃদয়তা দেখুৱালে। বেৰৰ দাঁতিত পীৰা এখন পাৰি চেনেহীয়ে অলপ টোপনিয়ালে।

ওচৰ-চুবুৰীয়াৰ মাতবোল নোহোৱা হৈ আহিল। চুবুৰীটো লাহে লাহে নিস্তাল পৰিবলৈ ধৰিলে। জ্বৰ ক্ৰমে চেঁচা পৰি আহিল। সকাহ পাই নবিয়াই টোপনিয়াবলৈ ধৰিলে।

হাতত চাকিটো লৈ চেনেহীয়ে দুৱাৰৰ দাংডাল খুলিলে।

"কি কৰ ?"

"বাজলৈ যাওঁ।" চেনেহী বাহিৰলৈ ওলাল।

বাহিৰত সোঁ-সোঁকৈ চেঁচা বতাহ এজাক বৈ আছিল। বতাহৰ ধা লাগি হঠাতে চাকিটো নুমাই থাকিল। চেনেহীৰ পিচতে কিবা এটা ভাবি বলোও ওলাই আহিছিল। সুবিধা পাই মাত্ৰ চোতালতে চেনেহীৰ হাতত বলোৱে খাপ মাৰি ধৰিলে। চেনেহীয়ে ভয়ত চিঞৰি দিব খুজিলে।

"আও, ইমান ভয়নে ? মই হে।"

"কি কৰ, চাওঁ এৰি দে।" চেনেহীয়ে মুকলি হ'বলৈ চেষ্টা কৰিলে।

"ৰবিচোন।" চেনেহীক বুকুৰ মাজলৈ টানি বলোৱে কলে।

"ছিঃ তোৰ বেয়া নালাগেনে ?" বলোৰ হাত দুখন এৰুৱাবলৈ চেষ্টা কৰি চেনেহীয়ে কাতৰ কৰিলে।

"পিতাই, পিতাই ঐ।" অসহায় অৱস্থাত পৰি চেনেহীয়ে চিঞৰি দিলে।

"ধেৎ।" চেনেহীৰ মুখত সোপা দিবলৈ বলোৱে চেষ্টা কৰিলে। উভয়ৰ মাজত জোটাপুতি লাগিল। শৰীৰৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰি বলোৰ হাতৰপৰা এৰাই চেনেহীয়ে ভিতৰলৈ লৰ মাৰিলে। দুৱাৰৰ দাংডাল ভিতৰ ফালৰপৰা জোৰেৰে বন্ধ কৰি দি ফোঁপাবলৈ ধৰিলে।

"কি অ' ?" দুৱাৰৰ শব্দত নামলগোৱাই সাৰ পাই গ'ল।

"মই হে পিতাই।"

"তই শোৱাৰেই নাই ? ই গ'ল নেকি ?"

"গৈছেগৈ। ভাল পাইছনে পিতাই ?"

"ওঁ। শুই থাক আই।" নামলগোৱাই বাগৰ সলালে।

দুৱাৰমুখত অলপ পৰ বৈ থাকি বলোৱে দুৱাৰমান দুৱাৰখন হেঁচুকিলে। একো সঁহাৰি নাপাই ঘৰলৈ বাট ললে। বলোৰ

আচৰণ দেখি চেনেহীৰ ঘিণ লাগি গ'ল। ইয়াৰ মতলব তেন্তে সুকীয়াহে। ককাই-ভাই বুলি ভাবি থকা পৰিচিত ল'ৰাটোৰ মাজত অচিনাকি মানুহ এটাৰ সন্ধেদ পাই চেনেহী শঙ্কিত হৈ উঠিল। আসৈ পোৱা কুকুৰে গললৈকো জঁপিয়ায়: আঘোণাই ঠিকেই কৈছিল। শেতেলিত কাটি হৈ চেনেহীয়ে আঘোণাৰ কথাষাৰৰ সত্যতা অনুভৱ কৰিলে।

গছৰ পাতো নসৰে একেলগে, ভাই-ককায়ো নমৰে একেলগে। আঘোণাৰ বাপেক কলখোৱা গাওঁবুঢ়াই মেহমনহঁতক কোৱা কথাষাৰ আঘোণাৰ মনত বৈ গৈছিল। মেহমনহঁতৰ ককাই-ভাই পাঁচোটা। উলাহ-আনন্দেৰে মিলি-জুলি গৃহস্থীখন চকুত লগা কৰি আনিছিল। সিহঁতৰ উন্নতি দেখি চকু-চৰহাবোৰৰ চকুৰ পোৰণি উঠিছিল। কিন্তু কেইদিনৰ বেঙেনাবাৰীনো। উঠি অহা গৃহস্থীখন থান থান হৈ গ'ল নহয়। এটা চকৰ ঠাইত পাঁচটা চক হ'ল। এখন গৃহস্থী ভাগি পাঁচখন হ'ল। আটাইকেইটাৰে অৱস্থা পানীত হাঁহ নচৰা হ'লগৈ। সিহঁতৰ এই অৱস্থাৰ গুৰিতে তিৰোতা কেইজনীয়েই দায়ী। পাঁচ ঘৰৰ পাঁচজনী তিৰোতা থুপ খাই কুৰুক্ষেত্ৰ ৰচিলে। ফলত সোদৰৰ ভাই-ককাই গুচি সাত শতুৰু হ'লগৈ। সিহঁতক বেলেগাই দিবলৈ গাৱঁৰ বুঢ়া-মেথা গোট খাওঁতে গাওঁবুঢ়াই কোৱা কথাষাৰ শুনি আঘোণাই নিজৰ ঘৰখনৰ কথাও ভাবিছিল।

সিহঁতৰ ঘৰতো ককায়েক আৰু নবৌয়েকৰ ভাব-ভঙ্গী সলনি হৈ আহিছে। ককায়েকৰ ল'ৰা-ছোৱালী হোৱা নাই। আকলটো কিন্তু ৰৰকৈ বাঢ়িছে। আঘোণাৰ মাক মৰাৰ পিচতে ঘৰ ধৰিবলৈ মানুহ এজনী লাগে বুলিয়েই ককায়েকলৈ বিয়া পাতিছিল। দ গাৱঁৰ পমিলাক গৃহলক্ষ্মী হিচাপে আশাৰে আদৰি আনিছিল। বিয়াৰ

পিচতে ককায়েকৰ মতি-গতি লবিবলৈ ধৰিলে। শহুৰেকৰ ঘৰখনহে তেওঁ বৰকৈ আপোন বুলি ভাবি ললে। খুলশালী ছোৱালী এপাত আছিল, তাইকো উলিয়াই দিলে। এতিয়া বুঢ়া-বুঢ়ী নিথকরা হ'ল। ল'ৰা-ছোৱালী নাইতো। শহুৰেকৰ মাটি-সম্পত্তিৰ ওপৰত উঠি-বহা, বহিৰজা হৈ খোৱাৰ লালসাই ককায়েকক অন্ধ কৰিলে। পঢ়া-শুনাও অলপ কৰিছিল। তাৰ যত্নতে পিয়নৰ চাকৰি এটা পালে। লিখা-পঢ়া নাজানিলেও বুজ-বিবেচনা এটা আঘোণাৰ আছে। ঘৰখনৰ বুঢ়া, তাৰ বাপেকটোৰো অসুখ। বাপেকৰ প্ৰতি থকা দায়িত্বটো সি বুজি পায়। স্কুলীয়া ল'ৰা সকবাপু। এইবোৰ কথা সি ভাবিব পৰা হোৱাই নাই। সকবাপুক কোলাই-বোকোচাই লৈ ডাঙৰ-দীঘল কৰিছে। তাৰ প্ৰতি আঘোণাৰ চেনেহটো প্ৰবল। পঢ়াই-শুনাই সক-বাপুক ডাঙৰ মানুহ কৰিব পাৰিলেহে আঘোণাৰ অত পৰিশ্ৰম সাৰ্থক হব। ককায়েকেতো তাক নপঢ়াওঁৱেই বুলিছে। পৰীক্ষাত পাছ নহ'ল বুলিয়েই তাক স্কুল এৰিবলৈ কব লাগেনে? পঢ়া-শুনা কৰাও জানো সাধাৰণ কথা। অতবোৰ কিতাপ পঢ়িব লাগে। কম কথাবোৰ জানো কিতাপবোৰত আছে। সকবাপুৱে জাপি থোৱা কিতাপবোৰ সি কেতিয়াবা লুটিয়াই বগৰাই চায়। ক'লা ক'লা আখৰবোৰৰ মাজত কত কিচিমৰ কথা আছে চাগে। সৰস্বতীয়ে লাগ নিদিলে এইবোৰ পঢ়িবৰ সাধ্য আছেনে? সৰস্বতীৰ উদ্দেশ্যে সেৱা এটা জনাই কিতাপ কেইখন আকৌ সামৰি থয়। সকবাপুৰ প্ৰতি সৰস্বতী আইৰ কৃপাদৃষ্টি হওক: সি ভাবে। তথাপি সকবাপুৱে প্ৰমোচন নাপালে আঘোণাৰ মনটো জয় পৰি যায়। মাষ্টৰবোৰো কম সিয়ান নহয় দেই। সকবাপুহঁতে নজনা কথাবোৰহে তেওঁলোকে প্ৰশ্নত তুলি দিয়ে।

সকবাপুক কিন্তু পঢ়াবই লাগিব। গাওঁবুঢ়াৰ ঘৰৰ কীৰ্তি তাৰ জহতহে বাঢ়িবগৈ কিজানি।

সকবাপু সেইদিনা চহৰলৈ যাব। পুৱাতে তাক শোৱাৰপৰা

জগাই দি টালি-টোপোলা বান্ধি ওলাবলৈ কৈ আঘোণা পথাৰলৈ গ'ল।

সকবাপুৱে কিতাপ-বহী কেইখন জাপি-জুপি বান্ধি ললে। খৰি দোপোলা ডাঙৰ মোনা দুটাৰে সৈতে পদূলিলৈ উলিয়াই থলে। আঘোণালৈ বাট চাই চাই সকবাপুৰ আমনি লাগিলগৈ। সি নাহিলে যে খৰি আৰু মোনা দুটা নিয়া মানুহেই নাই। গাৰঁৰপৰা চাৰি মাইলমান সেইবোৰ কঢ়িয়াই নি চৰকাৰী আলিত তুলিবগৈ লাগিব। তাৰপৰা চহৰলৈ যোৱা মটৰত সকবাপুৱে নিজেই বস্তুখিনি লৈ যাব পাৰিব। গাৰঁৰপৰা কঢ়িয়াই নিব কিন্তু নোৱাৰে। কুঁজীয়া ল'ৰাৰ মৰ্য্যদাটো সকবাপুৱে বুজে।

এবাৰ পদূলিমুখলৈ, এবাৰ চোতাললৈ অহা-যোৱা কৰি সকবাপুৱে ছট্ ফটাব ধৰিলে। নবৌৱেক ওলাই আহি তাৰ হাতত তামোলৰ টোপোলা এটা দিলেহি। মন দি পঢ়িবলৈ বুজনি দিলে।

বাপেকটো পদূলি-মুখলৈ ওলাই আহি আকৌ ভিতৰ সোমাল। অসুখীয়া মানুহ। পিত্তৰ অসুখটোৱেই মানুহটোক স্থহি পেলালে। সুদা পেট পাই অসুখটোৱে গম্ গমকৈ ধৰিলেই নহয়।

"সিনো পথাৰত কি বনৰ হজখন কৰিবলৈ যায় অ'? ল'ৰাটোক আগবঢ়াই থবগৈ লাগে! দেখিছাইক এতিয়া। চৌকলিয়া ৰ'দত ল'ৰটোৱে কষ্টহে পাবগৈ মাৰথনি।" বুঢ়াই ভোৰভোৰাই ভিতৰলৈ খোজ ললে।

কোবা-কুবিকৈ ঘামি-জামি আঘোণা আহি ওলালহি।

"আহিলিনে কোনোমতে? একো দায়িত্ব নুবুজ তইঁতে।" সকবাপুৰ খং উঠি গ'ল।

"খং নকৰিবি দে। তেতিয়াই আহিম বুলিয়েই গৈছিলোঁ। গৈ পালোঁগৈ মূঢ়া কুঁহিয়াৰনীৰ তাঁতিখন ভাঙি বায়েনৰ ঘৰৰ গৰু পালেই সোমাই আছে। গৰু-গাই খেদি তাঁতিখন আকৌ বাটি থৈ আহিছোঁ। নহলে কুঁহিয়াৰৰ জহেই মাৰিব নহয়।"

"বেলিয়েই হ'ল, গাটোকে ধুই যাম নেকি ?" সৰুবাপুলৈ চাই আঘোণাই সুধিলে।

"আকৌ দেৰিখন হবগৈ।" সৰুবাপুৱে আপত্তি কৰিলে।

"তেন্তে ব'ল বাৰু। উলটি আহিও গা-পা ধুই এমুঠি খামহি। তুই আকৌ মটৰ ধৰিবগৈ লাগিব নহয়।"

"মটৰ নাপামগৈয়ে এতিয়া।"

"তই আগ বাঢ। মই বেগতে ভৰি-হাত ধুই আহোঁ।" আঘোণা পিচফালে গ'লগৈ। কিতাপ-বহীখিনি লৈ সৰুবাপু বাটলৈ ওলাল। টোকোন এডাল আনি ভাৰখন ঠিক কৰি লৈ আঘোণাই কান্ধলৈ তুলিলে। বোলাটো পিন্ধিবলৈকে সময় নহ'ল। কান্ধতে পেলাই ললে। উলটি আহোঁতে তেওঁ পিন্ধিব পাৰিব। সৰুবাপু বহুতখিনি গ'লগৈয়ে। আঘোণাই ঘনাই খোজ দিলে।

বেলি লাহ দিয়াত উলটি আহি আঘোণা ঘৰ সোমালহি। লৰালৰিকৈ গাটো তিয়াই আখল সোমাই মুৰটো ভাৰ গৰম হৈ গ'ল। ক'লা মেকুৰীটোৱে কাঁহি উদঙাই ভজা মাছকণ খাই শেষেই কৰিলে।

"ভাত কেইটাও ভালদৰে ঢাকি-ঢুকি থব নোৱাৰে। বোন্দাৰ ভোজহে হ'ল।" ভাতত পানী ঢালি থৈ আঘোণা ওলাই আহিল।

"ভাত নাখালা কিয় ?" পিচফালৰপৰা নবৌয়েকে সুধিলে।

"কাৰ মুৰটোৰে খাবগৈ লাগে ?" আঘোণাৰ চকু দুটা বঙা পৰি গ'ল।

"কি হ'লনো ?" একো নুবুজাৰ দৰে নবৌয়েকে তালৈ চালে।

"চাই আহাগৈ সুধিবলৈ আহিছা কিয় ?"

"ইমানকৈ যে খং কৰি আহিছা..."

"মনে মনে থাকা। চুপটি নকৰিবা। কথা ভাল নহব কিন্তু" আঘোণা বাৰীৰ ফালে সোমাই গ'ল।

"ইচ্‌ বান্দী পাইছানেকি? ফস্তি মাৰি খাবলৈ লাগে যদি এজনী আনি নোলোৱা কিয়?" খং উঠিছিল যদিও আঘোণাই তাক দমালে। এৰা, এজনী আনিব নোৱাৰাটোৱেই তাৰ অপৰাধ। সি মনে মনে ভাবিলে।

বনৰ পাতত বসন্তৰ বা লাগিল।

সোণ বৰণীয়া সোণাৰু, তেজ বৰণীয়া মদাৰ-শিমলু, আকাশ বৰণীয়া আজাৰ ফুলেৰে গাৱঁৰ প্ৰকৃতি লাৱনী হ'ল। সুৱদী-সুৱীয়া পখীৰ মাতত মন উৰো উৰো লাগিল। আমে মলিয়ালে, কঠালে মুচি পেলালে। গছ-বিৰিখৰ ডালে ডালে কুঁহিপাত মুকলি হ'ল। ঢোল্‌-পেঁপাৰ মাতে চিৎ চঞ্চল কৰিলে। বনগীত বিহুগীতেৰে গাৱঁৰ আকাশ আকৌ মুখৰ হ'ল। বনৰ বিহুৱে মনৰ বিহুতলী ৰহনাই তুলিলে।

গঞা ৰাইজে বিহুৰ আয়োজন চলালে। মাহ-হালধিৰে গৰু-ম'হৰ গা ধুৱাই ছালৰ বেমাৰ দূৰ কৰিবলৈ; দীঘলতি গছেৰে কোবাই গৰুৰ গাৰপৰা বিষকোপ আঁতৰাবলৈ, লাও, বেঙেনা, থেকেৰাৰ দ্ৰব্যগুণেৰে গৰুৰ বেমাৰ-আজাৰ নাইকিয়া কৰিবলৈ; মাখিয়তী, দুবৰি, মদনাৰ ধোঁৱাৰে জহনী ৰোগৰ প্ৰতিষেধক দিবলৈ; এপিটা, ছপিটা তৰা মিহলাই নতুনকৈ বটা পঘা, গালোৱা, মোখোৰাৰে গৰুৰ ব্ৰহ্মত্ব প্ৰমাণ কৰিবলৈ গাৱঁৰ ৰাইজে লৰা-ঢপৰা লগালে। বিহুৰ দিনা আঘোণাই ভলুকা বাঁহ কেইজোপাৰ গুৰিত মাটি কেইচাবমান চপাই দিলে, বাপেকে তামোল কেইজোপামানত বান্ধ একোটা দি নিয়মটো ৰাখিলে। চেনেহীয়ে তাঁতৰ-শালত নতুনকৈ বটা নাচনি ডোল এডাল বান্ধি বিহু কৰমীক তুতি এটা জনালে। ঘৰে ঘৰে জাবৰ-জোঠৰ ছাঁইৰ দ'মত দিয়া কাঠআলু, মোৱাআলু, জপৰা,

শলজুখীয়া আলু খান্দিলে। পোৰা আলু এচকল পেটত পেলাই পৰজন্মৰ বিপদ এটা গুচালে। বিহুৰে-সংক্ৰান্তিয়ে গুৰুৰ ঘৰলৈ গৈ সেৱা এটি কৰি অহা, লগতে ভূত-ভবিষ্যতৰ দুই-এটা ইঙ্গিত আহৰণ কৰা প্ৰচলিত নিয়ম। আঘোণাৰ বাপেকে গুৰু ঘৰৰপৰা নাহৰপাতত লিখা দেবং "দেবং মহা দেবং" মন্ত্ৰ জাঁকি আনি ঘৰৰ চালত সুমাই থলেহি।

চ'তৰ বঙালী বিহু। বুঢ়া-ডেকাৰ মন অথিৰ চঞ্চল। খৰাং বতৰে ৰিঙা ৰিঙা কৰা বহাগৰ বিয়লি। আঘোণাহঁতৰ আগচোতালত এজন দুজনকৈ গাৱঁৰ বুঢ়া গোট খালেহি। এৰি অহা দিনবোৰৰ পাহৰা কথা উলিয়ালে। দুখ-ভাগৰে মেৰিয়াই থোৱা মনবোৰ ফৰকাল হৈ উঠিল। আগৰ কালত চ'ত বিহুত ঢোপ-খেল খেলি নাচি-বাগি ফুৰা বুঢ়া মনবোৰৰ নানা কথা ওলাল। আজিকালি ল'ৰাহঁতে বৰগছৰ এঠাৰে ঢোপ বনাব নাজানে, কঁকাল ঘুৰাই ঘুৰাই, বাহু দাঙি দাঙি, আঙুলি লৰাই লৰাই বিহু মাৰিব নাজানে। কড়ি, পাশা, মালযুঁজৰ আনন্দ- উপভোগ কৰিব নাজানে। হৈগুচু, ধৰাগুচু নেখেলা হ'ল। লাটুম খেলিবলৈ পাহৰিলে। গাওঁবোৰ চেতনাহীন হ'ল। ডেকা ল'ৰাৰ ৰং-ৰগৰ ক'ৰবাত হেৰাই থাকিল। বহুত আলোচনা, বহুত দিশেৰে চলাই বুঢ়াসকলে দিহাদিহি গ'লগৈ।

পথাৰৰ মাজত, জাঁহতৰ তলত বিহু খোলা পাতিবলৈ গাভৰু নোলোৱা হ'ল। আওহতীয়া ঠাইত দুই-এজনীয়ে নিয়মটো ৰাখিলে মাত্ৰ। পাট-গাভৰু মইনাহঁতে চেং খেলিয়েই বিহুৰ বতৰ পালিলে।

বহাগ বিহু প্ৰেমৰ বিহু, পীৰিতিৰ বিহু। মনে মনে মিলি যোৱাৰ, প্ৰাণে প্ৰাণে এক হোৱাৰ বিহু। মনৰ মানুহ বিচাৰি লোৱাৰ, আপোনাজনৰ কাষলৈ গৈ বুকুৰ চেনেহ জনোৱাৰ বিহু।

আঘোণাৰ মনত সেইদিনা আগৰ দৰে উলহ-মালহ নালাগিল। মাঘ বিহুৰ ঘটনাটোলৈ বৰকৈ মনত পৰিল। যদি যোৱা ম'হটোৰ

স্মৃতিয়ে তাৰ মন গধুৰ কৰি তুলিলে। এই স্মৃতি যে বৰ করুণ। ম'হটোৰ কথা মনত পৰিলেই তাৰ তেজে পিপিয়াবলৈ ধৰে। বলোহঁতৰ ওপৰত প্ৰতিশোধ লবৰ মন যায়। মানুহৰ অপকাৰ কৰা সহজ কথা; উপকাৰ কৰিবলৈহে টান। অমাত প্ৰাণীটোক কৰা এই অন্যায়ৰ ফল সিহঁতে ভুগিবই লাগিব এটা পৰমাণ সিহঁতে পাইছেই। হালৰ বলধটো পৰিয়েই মৰিল। পাব নহয়, আৰু হব সিহঁতৰ। সি ভাবিলে।

বিহুৰ সন্ধিয়াটো চেনেহীহঁতৰ ঘৰত বহি সেই অনাৱশ্যক কথাবোৰ আকৌ ভাবিলে। তাৰ গোমা মুখখনলৈ মন কৰি চেনেহীৰ মনটোও সামান্যভাবে সেমেকি গ'ল।

"বছেৰেকৰ বিহুৰ দিনাও ঘুমনি মাৰি বহি থাকিবিনে ককাই ?"

"আৰু নো কি কৰিবগৈ লাগে ?"

"কথা-বতৰাকে দুষাৰ পাতিব পাৰচোন।"

"মনটো সিমান ভাল লগা নাই অ'।"

"কিয়নো ?" চেনেহী অলপ ওচৰ চাপি আহিল।

"এইবোৰ কথা তই ভু নাপাবি বুইছ।" আঘোণাৰ মনৰ ভিতৰখনৰ খবৰ বিচাৰি চেনেহী ব্যৰ্থ হ'ল। বাহিৰৰপৰা উমান ধৰিব নোৱাৰা তাৰ অন্তৰখনৰো ক'ৰবাত দুখৰ ভাব কিছুমান গোট মাৰি আছে চাগৈ: চেনেহীয়ে ভাবিলে।

"মনৰ বেয়া ভাববোৰ আজিলৈ পাহৰি যাচোন।"

"বেয়া ভাবনো কি এনেয়েই মনটো সেমেকি গৈছে আৰু। বৰপিতাই দেখোন এতিয়াও নাহিল।" আঘোণাই চোতাললৈ চালে।

"পিতাই নাথাকিলে ভয় লাগে নেকি ?"

"অকলে অকলে আমি দুটা এইদৰে থকাটো জানো উচিত ? জুইৰ কাষত ঘিঁউ। মানুহে কিবাহে বুলিব।"

"বোলক, তালৈকেনো কোনে ভয়খন কৰিছে।"

"ভয় নকৰতো ? মানুহৰ মুখে মুখে এইবোৰ ওলালে কি

কৰিবিগৈ ? সূৰ্য্যক জানো সোপাদি ৰাখিব পাৰিবি ? বলোইঁতেই দেখোন্ শতক। মই ইয়ালৈ অহাৰ কথা বলোৱে পিতাইৰ আগত সাতখনকৈ লগাইছে। মই হেনো তোক…। থাওক দে।"

"সেই নিধকটোৰ কথা নুশুনিবি। সিনো আমাক কি কৰিবগৈ পাৰে।"

"লগাই যুঁজাই ৰং চাবতো পাৰে। আমাৰ ডাঙৰটোৱেও শুনিছে হবলা।"

"হয় নেকি ?" চেনেহীয়ে কিবা এটা ভাবিলে।

"এৰা, বদনাম এটা ওলাবলৈনো কেতেপৰ লাগে ?"

এনেতে নাম লগোৱা ওলালহি।

"আহিলানে ববপিতাই ?"

"আহিলোঁ দে।" নামলগোৱা ভিতৰ সোমাল।

"ময়ো যাওঁ তেন্তে।" বহাৰপৰা উঠি আঘোণা চোতাললৈ ওলাল।

পথাৰে ৰূপ সলালে।

ভাটৌ পাখি বৰণীয়া ধানৰ পাতেৰে পথাৰে আকৌ সেউজী বৰণ ললে। কেইদিনমানৰ বিৰতিৰ পিচত পথাৰ আকৌ জনসমাগমেৰে মুখৰ হৈ উঠিল। বহাগৰ টিকা-ফটা ৰ'দে ধৰাৰ বুকু শুকুৱাই পেলালে। কৃষকৰ দেহাৰ বৰণ মটীয়া কৰিলে।

বহাগী পথাৰ শস্যৰে উপচি পৰিল। ছিৰলা-ছিৰলি আহুধানৰ পাতত বতাহে খেমালি কৰিলেহি। ঢেপেলা-ঢেপেলি মৰাৰ পাত দেও-কেওকৈ বাঢ়িবলৈ ধৰিলে। গাওঁৰ প্ৰকৃতি আকৌ ৰূপহী হৈ উঠিল। গছে-পাতে সলালে। কুঁহিপাতে ঘন সেউজ সানিলে। আম-কঠাল-লেটেকু-পনিয়াল আদি ৰসাল ফলেৰে হাবি-বন ভৰপূৰ হ'ল। কুলি, কেতেকীৰ মাতত সপোন সপোন লাগিল।

ন বহাগৰ দুই-এজাক বৰষুণ পৰিল। খেতিয়কৰ মন উলাহে নধৰা হ'ল। কামৰ বতৰ আহিল। আঘোণাইঁতৰ মন আকৌ পথাৰমুখী হ'ল। পুলিধানত মৈ মৰা, বিন্ধাৰ দাঁৰ লগাই বনপুলি উঘলা, চিকুনাই চপাই ধান মৰা, উলিয়াই দিয়া, বহুত কাম। পুৱাৰ-পৰা সন্ধ্যালৈকে, বেলি উঠাৰপৰা বেলি পৰালৈকে বামপথাৰ, দপথাৰ, মৰিতলি, গছৰগুৰি, শিমলুতল, পুখুৰীপাৰ মানুহৰ হাই-উকমিৰে খলকনি উঠিল। কাম কৰাৰ উলাহত কৃষকে শ্ৰম পাহৰিলে। নতুন দিনৰ আশাই মন উতলা কৰিলে।

বহাগ গ'ল। জেঠ আহিল। ৰ'দৰ তাপত পৃথিবী ছিৰাল ফটা দিলে। গছ-বন মুজুৰা পৰিল। পৃথিবীয়ে অধীৰভাবে আকাশলৈ চালে। আকাশত বনাইফুৰা মেঘৰ টুকুৰাবোৰ উৰি উৰি কেনিবা গ'লগৈ। কৃষকৰ মন নিৰাশাই আৱৰি ধৰিলেহি। বৰষুণ নহলে যে খেতি নহব, পথাৰখন শুকাই যাব। অত শ্ৰম, অত আশা নিষ্ফল হব। চিন্তা-ভাবনাই মানুহৰ মন মলিন কৰি তুলিলে।

বহল মুকলি পথাৰৰ মাজে মাজে দুই-এজোপা ডাঙৰ গছ থাকিলে ৰ'দ-বৰষুণৰ সময়ত আশ্ৰয় এটা পোৱা যায়। পথকৰা আলিটোৰ কাষত কোনোবা পুৰুষে কই যোৱা জৰী গছজোপা এতিয়া ডালে-পাতে ভকণ হৈ উঠিছে। তাৰ ছাঁত দুপৰীয়া ৰ'দত বহিবলৈ বেছ জুৰ লাগে। ৰ'দৰ তাপ অসহ্য হৈ উঠাত লৰালৰিকৈ আঘোণা আহি গছৰ ছাঁত বহিলহি। সিফালৰপৰা মেহমনো আহি ওলালহি।

"ইচ্ বাম, বৰ ৰ'দ ওলাইছে অ'।"

"নকবি আৰু। গাৰ ছাল ডেই-পুৰি যাব যেন হে পাওঁ।"

"ধানৰ গেৰ হোৱাৰ বতৰতহে বিঘিনিটো আহিল দেই। খেতি যাব যেনেই পাইছোঁ।" মেহমনে এবাল এডাল পাৰি বহিবলৈ চেষ্টা কৰিলে।

"এইবাৰ বোলে শস্যৰ অধিপতি শনিহে।" কেহায়ে গামোচা-খনেৰে মুখখন মোহাৰিলে।

"সেইপাত আকৌ অমঙ্গলীয়া দেৱতা। তেওঁক শস্যৰ অধিপতি পতাক লৈ অমঙ্গল হোৱাটো ধুৰুপ যেনেই লাগে।"

"তইঁতৰ তেও ভঁৰালতে এমুঠি আছে। আমাৰ আকৌ এতিয়াই মস্কিল। তাতে যদি আহু খেতিটোও নহ'ল, মৰিলোঁ নহয় নিগমে।" আঘোণাই চাই কেহায়ে দুখ কৰিলে।

"কেইহালিচা বৈছিলিনো ?"

"গওঁতে দহ হালিচামানেই হৈছিল। বিন্ধাই-চিকুনাই অঁতাই দিয়াৰ পিচতে এয়া নেদেখিছ। অত কষ্টখন অথলে যাব যেনহে পাইছোঁ।" কেহায়ে হুমুনিয়াহ এটা চাৰিলে।

"এইবাৰ বাৰিষা কিজানি আগতীয়া হব।" মেহমনে কলে।

"সেই পিনেও মৰণ পাই।"

"এইবাৰ আমাৰ পাৰে পানী নহবই কিজানি। পৰ্বত প্ৰমাণ মথাউৰি বান্ধিছে দেখা নাই।"

"থ থ, জল দেৱীৰ ইচ্ছা হলে নৰমনিচে কি কৰিব পাৰে। মথাউৰি ভাঙি থান্ থান্ কৰিব।"

"সতকাই নোৱাৰে দেই।"

"নোৱাৰিব। হেৰ মথাউৰিটোনো বান্ধিছে কিহেৰে ? ওপৰত মাটি, তলত দেশৰ হাবি-জঙ্ঘল, কেঁচা কলগছ দ'মাই দিছে। কেইকাল থাকিব বুলি ভাবিছ ? কলগছ উৰঁলি যাব, হাবি-জঙ্ঘলবোৰ পচি খোন্দ হব। সেইপিনেদিয়েই পানী সৰকিব। বালি মাটি সোঁতে উটুৱাই নিব। তাৰ পিচত দেখিবি মথাউৰি গ'ল।" মেহমনে সৰবজান মানুহৰ দৰে সঁচা কথা এটা কৈ দিলে।

"তেতিয়া হলেতো বিপদেই হব।" কেহাইৰ মনলৈ শঙ্কাৰ ভাবএটা আহিল।

"মথাউৰি বন্ধা মানুহ মথাক টঙনিয়াবহে লাগিছিল মেহমন! সিহঁতে বাইজৰ তেজ খোৱাৰ বুদ্ধিহে পাঙিছে।" আঘোণাৰ খং উঠি আহিল।

"সাৰিয়েই গ'লগৈ। এতিয়া ভাবিলে কি হব।" কেহাই বহাৰপৰা উঠিল।

"নেযাৱইঁক নে?"

"নগৈনো কি কৰিবি? ভুপৰীয়া ভোকত বহি থাকিলে হবনে?" জৰী তলৰ ছাঁকণ এৰি সিহঁত আকৌ ৰ'দলৈ ওলাল। পথাৰ গোটেইখন ৰ'দৰ তাপত মুজুৰা পৰি গৈছে। ক'তো কেনিও বতাহ অকণ নাই। ভোক-পিয়াহ, ৰ'দৰ তাপ, উত্তপ্ত মাটি, এইবোৰৰ মাজতেই সিহঁত উপজিছে। তাৰ মাজতেই সিহঁতৰ জীৱনৰ খেলা চলি আহিছে। দেহাৰ আৰাম বিচাৰি ইয়াত লাভ নাই।

নৰীয়া পৰ দিবলৈ আহি বলোৱে চেনেহীক জোকাই চাইছিল। বহুত দিনৰ শেষত যিবা এটা সুযোগ পাইছিল, তাকো চেনেহীয়ে বিফল কৰি দিলে। তথাপিও বলোৱে তাইৰ মতলবটো বুজিব নোৱাৰিলে। তাইৰপৰা আগতীয়াকৈ একো সঁহাৰি নোপোৱাকৈ তাইক সেইদৰে ধৰিবলৈ যোৱাটো কিজানি অন্যায় হৈছিল। তাতে আকৌ ছোৱালীজনীৰ মনটোও গোমা আছিল। বাপেকৰ কথাই তাইক চিন্তাত পেলাইছিল। তাই বলোক বাধা দি বাহুৰ মাজৰ-পৰা ওলাই গ'ল যদিও আচলতে খং কৰিলে নেকি সি নুবুজিলে।

পিচদিনাও নামলগোৱাৰ খবৰ লবলৈ গৈছিল,' যদিও আগৰ উৎসাহ তাৰ নাছিল। তাই কেনে ব্যৱহাৰ কৰে সি ভাবিব পৰা নাছিল। ভাগ্যে বলো যোৱাৰ পৰত চেনেহী গা ধুবলৈ গৈছিল। বলোৰ মনটো পাতল পাতল লাগিছিল। খবৰ-বাতৰি লৈ সাউৎ কৰে ওলাই আহিছিল।

তাৰ পিচতো কেইবাদিনো বলোৱে চেনেহীক লগ পাইছে। চেনেহীয়ে তাক দেখিলেই আনফালে মু কৰে। আগৰ দৰে আদৰ-

সাদৰ নেদেখুৱায়, কথা-বতৰাও নহয়। তাই চাগৈ ঠেহ পাতিছে দেই : বলোৱে ভাবে। তাৰ কথা-বতৰা, চঞ্চল-ফুৰনত প্ৰকাশ পোৱা ভাব-ভঙ্গীয়ে চেনেহীক কেতিয়াবা শঙ্কিত কৰিছিল। তথাপিও চেনেহীয়ে মুখ খুলি একোকে নকলে।

সেইদিনা জেং মাৰি অনা মাছ কেইটামান হাতত লৈ বলো আকৌ চেনেহীহঁতৰ ঘৰলৈ আহিল।

"মোমাই ঘৰত আছানে ?" দুৱ'ৰত হেঁচোক এটা মাৰি বলোৱে মাতিলে।

"কোন ?" ভিতৰৰপৰা চেনেহীয়ে সুধিলে।

"বাঘ নহয় দে, মই হে।" দুৱাৰখন মেলি বলো সোমাই গ'ল। হাতত চাকিটো লৈ ওলাই আহি পানী পোচাতে চেনেহীয়ে তাক দেখা পালে।

"মোমাই কেনিবা গ'ল নেকি ?"

"কেনিবা ওলাই গৈছে। আহিব এতিয়া।"

"নবহোঁৱেই তেন্তে। এই কেইটা নেচোন।" মাছৰ টোপোলাটো আগবঢ়াই দিলে।

"কিনো সেয়া ?" চেনেহী দুখোজমান পিচুৱাই গ'ল।

"মাছ দুটামান লৈ আহিছোঁ।"

"কিয় আনিব লাগেনো। মাছনো কোনে খুজিছে। লৈ যা, আনকে দেগৈ।"

ও ভোতাই নিমগৈনে ?

"নিনিয় যদি চুৱা পাতনিত পেলাই দিমগৈ। এইবোৰ আজিৰপৰা একো নানিবি।" চেনেহী উচাং মাৰি ভিতৰ সোমালগৈ। সেমেনা-সেমেনি কৰি বলো চোতাললৈ ওলাল।

গৰখীয়া ল'ৰামখা হাই-উকমি কৰি গাৰঁত সোমালহি।

গৰুৰ পাল ভাগিল বোলে। জেঠ-আষাৰ মহীয়া গৰু পাল ৰখা

সাধাৰণ কথা নহয়। প্ৰায় তুকুৰিঘৰ গিৰিৰ এগোহালিকৈ গাই-দামুৰি। ঘৰে প্ৰতি একোটাকৈ ল'ৰাই গাইতুনীৰ পিচতে গৰুবোৰ মেলি পথাৰৰ মূৰত থকা ৰিজাৰ্ভ উলিয়াই গৈ। ডবা কোবোৱাৰ পিচতে পলীয়া যায়। তুটাকৈ পলীয়া যোৱাৰ পাল পতা থাকে। বেলাটোৰ বাবে এমুঠি খাই-বৈ কোনোবা অলপ সোনকালে পাললৈ যায়, গৰখীয়া ল'ৰা মখাই ভাল পায়। কোনোবা আকৌ সময়তকৈ দেৰি কৰি ওলাইগৈ। গৰখীয়া ল'ৰাই বেয়া পায়। তুই-একে মাজতে পাল ভাঙে। খবৰ-বাতৰি একো নিদিয়াকৈয়ে পাললৈ নোযোৱাকৈ থাকে। গৰখীয়াইঁতে গুৱালগালি দিয়ে। কেইটা-মানক পালত থৈ বাকীবোৰ গাৱঁলৈ আহি খাই-বৈ যায়হি। পাল ভাঙোতাই তুটাকৈ পাল ৰখি দিব লাগে। নহলে গৰুপালত দিব নোৱাৰিব। পাল ভাগিলে অকলশৰীয়া মানুহৰ কিন্তু মস্কিল হয়।

গৰুৰ পাল ভাগিল বুলি শুনিয়েই আঘোণাৰ খংটো টিঙিচকৈ উঠি আহিছিল। কোন অধৰমীয়ে পাল ভাঙেইঁক অ'। পিচত হে গম পালে বলোইঁতৰ পাল আছিল বোলে। এৰা, সিইঁতেহে এনে কাম কৰি ভাল পায়। গাৱঁৰ ভিতৰত সিইঁতৰ মানুহ ঘৰেই শলমাৰী ভঙা বিধৰ। এনে মানুহক ঘাটে-পানীয়ে নিষেধ কৰায়েই ভাল। তাকো কৰিব নোৱাৰি হাটীমতাৰ বিপক্ষে মাত মতা সাহসনো আছে কেইটাৰ!

চাধা কাগজ অলপ মেটুৰিত ভৰাই লৈ ফটা ছাতিটো মেলি বলোৱে গৰুজাকৰ উদ্দেশ্যে খোজ পেলালে।

গাৱঁৰপৰা খাবলৈ যোৱা ল'ৰাজাকো উলটি আহিল। তুই-চাৰিটাই পালৰপৰা নিজৰ নিজৰ গৰু বেলেগাই নিলে। বাকী-বোৰ গৰু পালতেই থাকিল। গৰুজাক ঢাল লগাই বিলৰ মুৱাকৈ এৰি দি আবেলি পৰত ল'ৰাইঁত খেলা-ধূলাত লাগিল। কোনোৱে শলি লাখুটিৰে লেপেটি খেলি সমনীয়াৰ হাত ছিঙিলে। কোনোৱে ভটাগুটি মাৰি খেলুৱৈ কিনি দলৰ সংখ্যা বঢ়ালে। তুই-চাৰিয়ে বটা

চৰাই ফৰ্মু‌টিয়াই চিঞৰ-বাখৰ কৰিলে। দুই-একে পালৰপৰা সুককা মৰা দমৰা-দামুৰি পাললৈ ওলোটাই আনিলে। মেহমনৰ লগত ওখ ঢিপ এটাত বহি বলোৱে পথাৰখনলৈ চকু দিলে। বাম পথাৰৰ ধান খৰে আঁতিলে যদিও শেহতীয়া বৰষুণ জাকে কাম নকৰাকৈ নাথাকিল। দ পথাৰৰ ধান ওলাই নিগৰি হ'ল। ঠায়ে ঠায়ে দুই-এডৰাই চাউলো লৈছে। মানুহৰ মুখলৈ অলপ পানী আহিছে। পিছে ভূতৰ ওপৰতে দানহ গান্ধী পোক পৰিছে বোলে ক'ৰবাত। কোনোবাই মন্ত্ৰ কৰি পোক উৰুৱাইছে। কোনোবাই আকৌ নলৰ চুঙাৰে ঔষধ পুতিছে। যেনে তেনে মহামাৰীৰপৰা পথাৰখন ৰক্ষা পৰক তেও।

"বামত বগলী পৰিলে বোলে ঢল হয়। সৌজাক চাচোন। ঢলেই হব নোক অ' মেহমন?"

"এতিয়া ঢল আহিলে ভালহে হব; ধান মৰাবোৰে জিপ পাব।"

"ন-পানী আহি যায় যদি?"

"এতিয়াই ন-পানীটো ক'ৰপৰা আহিব?"

"এৰা পাই। বিপদ-বিঘিনি নোহোৱাকৈ সুকলমে খেতিটো চপাব পাৰিলেই ৰক্ষা।"

"এইবাৰ আকৌ বিয়াখনো পাতিব লাগিব নহয়, নহয় জানো?"

"পাতিবতো লাগেই। পিছে জা-যোগাৰহে কৰিবগৈ পৰা নাই। ডাঙৰটোৱে কাণ-মনেই নকৰা হ'ল। সৰুবাপুক পঢ়াবলৈকো গা বুকি লৈছোঁ বুইছ। পিতাইৰ দেহাৰো ঠিক নাই। কিমাননো ভাবিবি?"

"তথাপিও কামটো কিন্তু সোনকাল কৰায়েই ভাল। তই কি ভাবিছ নাজানো, মই কিন্তু কথাটো কেনেবাহে পাইছোঁ। নামলগোৱাই বলোক ৰবকৈ লাই দিছে দেই।"

"লাই দিলেই নহব বুইছ। আচল কথা ভাইৰ ওপৰতহে।"

"জীয়ৰী ছোৱালীৰ মন পোৱা টান। কেতিয়া কাক ভাল লাগি

যায় ধৰিব নোৱাৰি। সিহে যি সাত ঘাটৰ চেঙেলি। তই আশা পালি থাকোঁতেই থাকিবিগৈ কিন্তু।"

"বছৰটো ঘুৰিলেই কিবা এটা কৰিব লাগিব।"

"পলুৱাই আনিবি নেকি?"

"গাওঁবুঢ়াৰ ঘৰৰ ল'ৰাই ছোৱালী পলুৱাই নানে বুলি জানি থবি। দস্তুৰমতে বিয়া-বাৰু পাতিয়েই আনিব লাগিব।"

"বাপেকে যদি তোলৈ ছোৱালী নিদিয়ে, তেতিয়া? তই জানো কথাটো কাণ ছোৱাই থৈছ?"

"কাণ ছোৱাব লাগিছে কেলৈ! তাই যদি আনলৈ নাযাওঁ বোলে। বৰপিতায়ে হাত-ভৰি বান্ধি বিয়া দিবনে?"

"তইতে তলে তলে কথা পকা কৰিয়েই ৰাখিছ নেকি?"

"অঁ তো। আনৰ লগত কেতিয়াও বিয়া নহওঁ বুলি তাই শপত-খাই কৈ থৈছে। তেনেস্থলত..."

"তোৰ মনটোৰ দৰেই সকলোৰে মন সহজ-সৰল বুলি নাভাবিবি চোন। ছোৱালীৰ শপত, ছোৱালীৰ প্ৰতিজ্ঞা, কিমান স্থিৰে থাকে ধৰিব নোৱাৰি। গতিকেহে কৈছোঁ—যদি মন আছে তেন্তে সোনকাল কৰায়েই ভাল।"

"চাওঁচোন বাৰু কৰ পানী কলৈ যায়। তাইক যদি বিয়া কৰাবলৈ নাপাওঁ, তেন্তে বিয়াকে নকৰাম, চাই থাকিবি।"

"সন্ন্যাসী হবি নেকি?"

"দেখিবি নহয়।"

"গৰু নিবৰ হলেই। তই ল'ৰা জাকক গৰু ঘুৰাই আনিবলৈ কগৈ যা। মই চাধা এটাকে বনাওঁ।"

"বনা তেন্তে।"

আঘোণা বহাৰপৰা উঠি গৰু-জাকৰ ফালে আগবাঢ়ি গ'ল।

আকাশে গৰজিলে; বিজুলীয়ে চক্‌মকালে, ডাৱৰে আন্দোলাই

আনিলে। বতৰে বৰষিলে। খাল-বিল পানীৰে চপ্‌চপীয়া হৈ গ'ল। বেঙৰ মাতে কোৰাল লগালে। বাট-পথ বোকা হৈ আছিল। গাঁৱৰ প্ৰকৃতিয়ে বাৰিষাৰ বৰণ সলালে।

আহুধান চপোৱাৰ সময় আহিল। দুই-এখনকৈ কাচি পথাৰলৈ ওলাল। দুই-এঘৰে ধানৰ আগ আনিলে। চাওঁতে চাওঁতে পথাৰে ৰঙচুৱা বৰণ ললে। সোণগুটিৰ ভৰত পথাৰে মূৰ দোঁৱালে।

আকৌ বৰষুণ আহিল। আকাশ গোটেইখন কলীয়া ডাৱৰে ছাটি ধৰিলেহি। দিনে-নিশাই দোপালপিটা বৰষুণ পৰিল। সোঁতা ধৰিলে। উজান মুৱা মাছে বামে-বাকৰিয়ে কণী এৰিলে। ফকাই-জুলুকিত বিধে বিধে মাছ পৰিবলৈ ললে। নৈৰ বুকু চপচপীয়া হ'ল। শুকা'ন জানত বাট-কুঁহি মাছৰ উজান উঠিল। দাপনিয়ে দাপনিয়ে মাছ মৰীয়াই ঘৰলৈ মাছ কঢ়িয়ালে। খৰালি শুকাই থকা পানীমেটেকা, পুনি আদিয়ে মুকলি পানী পালে। চেপা, ডিঙৰা, পাৰৈত বৌ, বৰালি, ভকুৱা ঢেপা ভাৰে ভাৰে লাগিল। বাৰিষা আগতীয়াকৈয়ে আহিল।

লুইতত পানী বাঢ়িল। জান-জুৰিৰ বুকু পানীৰে উপচি পৰিল। বাঢ়নি পানীয়ে মথাউৰিত খুন্দা মাৰিলেহি। ৰাইজে বিপদৰ আশঙ্কা কৰিলে। গাঁৱৰ মাজত উথল-মাথল লাগিল। মথাউৰিটো ভাগি যায় যদি! পথাৰখন কেনেকৈ বচাব? ৰাইজৰ দশা কি হবগৈ?

সেইদিনা ৰাতি মথাউৰি ভাগিল।

পুৱালৈ ঢলৰ পানীৰে পথাৰ চল্‌চলীয়া হৈ পৰিল। ধাননী পথাৰৰ বুকুত পানীয়ে ঢৌ খেলিলেহি। ৰাইজ বিবুধিত পৰিল। ৰাতিটোৰ ভিতৰতে এনে প্ৰলয়ঙ্কাৰী বান আহিব পাৰে বুলি বহুতেই বিশ্বাস কৰা নাছিল। তাতে আকৌ পথাৰ আৰু ব্ৰহ্মপুত্ৰৰ মাজত মথাউৰি বান্ধিছিল। ৰাইজৰ বুকু ডাঠ হৈছিল। আগবঢ়াৰে খৰখেদাকৈ ধান চপোৱাত হেমাহি কৰিছিল। এতিয়া কিন্তু সৰ্বনাশ হৈ গ'ল। কলপকা দিয়া ধানবোৰ তেনেই নষ্ট হৈ যাবগৈ। দ পথাৰ গোটেইখন

সাগৰসদৃশ হ'ল। পানী-মেটেকাবোৰ ক'ৰবাৰপৰা আহি ঠায়ে ঠায়ে ঠাহ খাই পৰিলহি। কেঁচু-কুমতি, পকৰাৰ অত্যাচাৰত পানীত নামিবই নোৱাৰা হ'ল। পানীত নামিলেই গা বোকুল বিহে ডকাদি ডাকে। খজুৱতিত গাৰ ছাল বোবোলা-বোবোল হয়।

বাম পথাৰৰ এবুকু একঁকাল পানীত পৰি দুই-চাৰিয়ে আহুধান কাটিলে। দীঘল ৰচাৰে সাঙুৰি ধানৰ মুৰিবোৰ বামলৈ টানি আনিলে। ভঁৰালৰ মুধত, গোহালিৰ কাষত সামৰি থোৱা গোট কাঠৰ নাওকেইখন পানীলৈ নমালে। ভীমকলৰ গুৰিৰে ভুৰ বনাই দুই-এঘৰে ধান কঢ়িয়ালে। বুঢ়া-মেথা, ল'ৰা-ডেকা হুমে-জাপে পথাৰলৈ ওলাল।

বানপানী সোমাই যোৱাৰ পিচতো আকাশখন গোমা হৈয়ে থাকিল। ক'ৰবাত, কেনিবা চেগা-চোৰোকাকৈ বৰষুণ হ'ল।

এজাৰ কাঠৰ বেঁকা নাওখনত মনবৰ গায়নক তুলি লৈ আঘোণাই পথাৰলৈ কোব ললে। মন তাৰ বিষাদে আবৰা। আশাবোৰ যে মনতে মৰহি গ'লগৈ। অত পৰিশ্ৰম অথলেই গ'ল। সিহঁতে ধান কাটিবলৈকে নাপালে।

"তেনেই সাগৰ সদৃশ বান। ৰাইজৰ মৰণহে আহিল আৰু দেদাই।"

"কেঁচু-কুমতিৰ দৰে মানুহ মৰিব, চাই থাকিবি।"

"তোমালোকে তেও দুকঠা পালায়েই। আমাৰ যে সিয়ো নাই।"

"তহঁতৰ আকৌ ভঁৰালেতে আছে। আহু নহলেও চলে। আমাৰহে মৰণ। এই মাহটোৱেই মুজুৰিবগৈ। ভাবিছিলোঁ আহু খেতিটো সুকলমে উঠাব পাৰিলে ধাৰ-ঋণ অলপ শুজিব পাৰিম। পিছে কণা বিধাতাই তাৰো মুদা মাৰিলে। চাওঁ টিঙটো অলপ ঘুৰাই দেচোন, সৌ বিৰিঙা জোপাৰ কাষলৈ। কিবা এটা দেখা যেন পাইছোঁ।"

আঘোণাই বিৰিণা মূঢ়াটোৰ কাষলৈ নাৱৰ টিংটো চপাই দিলে।

"ধানৰ মুৰি এটাহে জিলিকিছিল অ।"

"পানীয়ে উটাই আনিলে। তুলি লোৱা দেদাই।"

গায়নে মুৰিটো নাৱলৈ তুলিলে।

"দেখিছু ধানৰ বিলৈ?" নাৱে পানী এহোলোক খালে।

"সেওঁতাটো লোৱাহে দেদাই। নাওখনে দেখোন ৰৰকৈ পানী দিছে। অলপ সিচি দিয়া।"

গায়ন টিঙৰপৰা নামি আহিল। ভৰিৰ আগেৰে পানী অলপ সিঁচিলে। আঘোণাই দীঘল ছৈভালেৰে ভেজাদি নাওখন জোৰেৰে আগলৈ হেঁচিলে। মুকলি পানীৰ মাজেদি কোঁ-কোঁকৈ নাও আগবাঢ়ি গ'ল।

"এইডৰা আমাৰ মাটি নহয়নে দেদাই?"

"হয় পায়।" আঘোণাই ছৈভাল মাটিত পুতি টানকৈ ধৰিলে।

নাওখন বৈ গ'ল।

"হয় দিয়া, সৌবোৰ পকাধান চোৰাঁচোন। হালধীয়া হৈ আছে। যেতি গলেই দিয়া। এই ধান আৰু সামৰিবলৈ নাপাওঁ।" ছৈভাল তুলি আনি হাতেৰে জুখিলে—পাঁচ হাত। থাউনি নোপোৱা পানী। হতাশ মনেৰে আঘোণাই চাৰিও ফালে চালে—পানী, পানী, পানী। চকুৰে মনিব পৰালৈকে পানী। নাওখন সোঁতে অলপ দূৰ উটাই নিলেগৈ। আঘোণাই আকৌ ছৈভাল পানীত সুমুৱাই দিলে। পথাৰলৈ ওলালে গাবোৰ জলকিয়াই পোৰাদি পুৰি যায়। মনবোৰ কিবা হৈ পৰে।

নাওখন কেইবেওঁমান সোঁতৰ ধাৰত ভাহি গ'ল। মনবৰ গায়নে মৰা ভৰালৈ চকু দিলে। মৰানিৰ মাজেদিয়েই পানীৰ আফলা ভাগিছে। মেটেকাবোৰে মৰা বখলা একালৰপৰা পুতি আনিছে।

গায়নৰ মনটোও সেমেকি গ'ল। জল-কুঁৱৰীৰ ওপৰত খং উঠি আহিল।

আঘোণাই নাৱৰ আগ ঘূৰালে। পথাৰখনত থাকি সমূলি ভাল নালাগিল। ঢল নাহি কালহে আহিল এইবাৰ। সোনকালে পানী ওলাই গলে অৱশ্যে ৰাইজে এমুঠি গোটাব পাৰিব। তাৰো যে আশা নাই। গুৰিত বোলে পানী বাঢ়িয়েই আছে। আকৌ পানী আহিব কিজানি। দেশৰ লখিমী বানৰ বুকুতে জহি-খহি লয় হবগৈ।

নাওখন বামত লগাই থৈ আঘোণাইঁত ঘৰমুৱা হ'ল।

পানী শুকাবলৈ আৰম্ভ কৰিলে।

এডবা ছুডবাকৈ পথাৰ পানীৰপৰা ওলাল। কিছুমান ধান জহি-খহি গল। নবাবোৰ পচিল। বোকা-পানীলৈ আওকাণ কৰি খেতিয়কে বানে এৰি যোৱা ছমুঠি ঘৰলৈ চপালে।

বাৰিষাৰ বতৰে গাৱঁলৈ যাতনা আনে। নেৰা-নেপেৰা বৰষুণৰ ফলত বাট-পদূলি বোকা হয়, খালে-ডোঙে পানী জমে, লাকয়ে লাকয়ে জোক পোক ওলায়। মহ-দাঁহে কেঁচা তেজ বিচাৰি পি-পিয়াই ফুৰে। খৰি-খেৰৰ অভাৱে বান্ধনীক নাকনি-কাননি কৰে। খুন্দা-ভঁজাৰ অসুবিধাত খোৱা-বোৱাবো থানথিত নোহোৱা হয়।

বাৰিষাৰ প্ৰকৃতি ঋতুমতী প্ৰকৃতি।

লাও, কোমোৰা, জিকা, ভোল, তবৈ, ধুন্দুলি আদি লতাজাতীয় গছেৰে হাবি-বন ছাটি পেলায়। ভঁৰালঘৰ, গৰুঘৰ, মাৰল ঘৰৰ চালত বগাই ফুৰা লতাই ফল ধৰে। যতে ততে, যেনিয়ে তেনিয়ে উভৈনদীকৈ পাচলি পোৱা যায়। শুকানি পানীৰ মাছ ওলায়। তৃপ্তি পলুৱাই ছসাজ খাই গাৱঁৰ ৰাইজে বাহুত বল বান্ধি লয়। এইবাৰ কিন্তু ৰাইজৰ কঁকাল ভাগিল। মনৰ উত্তম কিন্তু নকমিল।

শালি খেতিৰ আগতীয়াকৈ যো-জা কৰিলে। কঠীয়া পাৰিলে। পলসুৱা মাটিত নাঙল লগালে। এডবা-ভূডবাকৈ মাটি বোকা কৰিলে। গাৱঁৰ বোৱনি পথাৰলৈ ওলাল। পথাৰখন আকৌ হাঁহি-তামাছাৰে জীৱন্ত হ'ল।

গাৱঁৰ জীৱন, যুঁজৰ জীৱন।

বদ-বৰষুণ, ধুমুহা-ঢেৰেকনি, বানৰ লগত যুঁজি যুঁজি অভ্যস্ত হোৱা গাওঁবাসীক বিপদে টলাব নোৱাৰে।

জৰ-নৰীয়া, জহনী-গ্ৰহণীৰ মাজে মাজে জীয়াই থকা গাৱঁক সমস্যাই হতাশ কৰিব নোৱাৰে। এইবোৰৰ মাজতে জন্ম, তাৰ বুকুতে জীৱনৰ খেল, তাতেই জীৱন নাটৰ সামৰণি। গাৱঁত প্ৰকৃতিৰ দৰে উদাৰ, বহল মন আছে, ধুমুহাৰ দৰে উগ্ৰ সাহস আছে ; আকাশৰ দৰে নিৰ্মল হৃদয় আছে। প্ৰকৃতিৰ লগত যুঁজৰ বুৰঞ্জীয়েই গাৱঁৰ বুৰঞ্জী।

'শাওণৰ পানী বাওণে খায়, ভাদৰ পানীয়ে ঘৰ তল যায়।' বোপা-ককাইঁতৰ প্ৰবাদ বাক্যটো আকৌ ফলিয়ালে। আকৌ আকাশ মেঘ গধুৰ হ'ল। ছেদভেদ নোহোৱাকৈ বৰষুণ পৰিল। নুইতে নাচিলে। ঢল বাগৰিল। প্ৰলয় আহিল।

সঁজাল লোৱা ধানৰ বুকুত আকৌ থাউনি নোপোৱা পানী হ'ল। বাইজ আকৌ বিমোৰত পৰিল। গোছ লবলৈ এইবাৰ কঠীয়াবো মুদা মৰিল। ধান-বোৱাৰ বতৰো পাৰ হৈ গ'ল।

আহু হেৰাল, শালি ধানবো কণ মৰিল। অতীত উদং হ'ল, বৰ্তমানৰ সম্ভাৱনা হেৰাই গ'ল, ভৱিষ্যতৰ তলি ফুটিল। তথাপিও গাওঁ জীয়াই থাকিব লাগিব, গাৱঁৰ লখিমী পথাৰে দেশক জীয়াই ৰাখিব লাগিব।

আকৌ পানী শুকাই গ'ল। গাঁৱৰ বুকুত অভাৱ-অনাটন আৰম্ভ হ'ল। এসাজ খাই দুসাজ খাবলৈ বাইজে এৰিলে। লাও-কোমোৰা, কচু সিজাই তাৰে পেট ভৰাব লগাত পৰিল। ভোকত ল'ৰা-ছোৱালীয়ে চিঞৰ-বাখৰ লগালে। বুঢ়াবোৰৰো মুখৰ বৰণ হেৰাল। বুকুৰ হাড় মনিব পৰা হ'ল। হাঁহিমুখৰ গাঁৱে হাঁহিবলৈ পাহৰিলে, উৎসৱমুখৰ বাইজে উলাহ হেৰুৱাই পেলালে।

"ককাই, ককাই আছানে? কলৈ গ'লা হেই?"

"কোন?"

"মই হে ককাই।"

দধিৰাম দেখোন। হেৰ বহ বহ।" দধি বায়নক বৰপীৰাখনতে বহিবলৈ ইঙ্গিত দি আঘোণাৰ বাপেকে আঘোণাক বিভিয়ালে।

"কিনো হ'ল পিতাই?"

"দেখা নাই দেদায়েৰ আহিছে, ধঁপাত এচিলিম আন বেগতে।"

"ধঁপাত নেখাওঁৱেই দিয়া।"

"নেখাৱ? ধঁপাতো খাবলৈ এৰিলিনে? তোৰ দেখোন মলিন বদন একা?"

"কিনো সুধিছা ককাই, আজি তিনি সাজে অন্ন নাই। ল'ৰা-ছোৱালীৰ মুখলৈকে চাবানে, পো-বোৱাৰীৰ মুখলৈকে চাবা। গাত কিবা বিছা বৰলহে লাগিছে। পানী নাহি আমাৰ কাৰণে কালহে আহিল।"

"হয় দে, গাওঁ গোটেইখনেই কিবা হৈ পৰিছে। কাৰো মুখলৈকে চাব নোৱাৰি। ভগৱন্তয়ো ভাল খেলাখন পাতিছে বোপাই।"

"ধৰাচোন দেদাই।"

"আনিলিয়েই। দে বাক। পা এনেয়েই বাইজাই লাগি আছে, তাতে আকৌ...।" বায়নে চিলিমটো হাতলৈ ললে।

"ইমান যদি আকালেই হৈছে, আগতেনো কেইদোনমান নিনিলিহি কিয়? তোৰ নাই, মোৰতো আছে। বিপদ-আপদ লো

নাই কাৰ? কালি সেয়া পুহিতাক ছুপাচি দিছোঁ। মনবৰেও ছুপাচি লিছে। তোকনো নিদিওঁ বুলিছোঁনে? ভঁৰালত ছুকঠা আছে, তহঁতকে নিদিনো দিম কাক?"

"তাকে গুণি গাঠিহে আহিছোঁ, মোকো কেইপাচিমান দিয়া ককাই।"

"আজিয়েই লাগেনে?"

"এৰা।"

"বাৰটোহে ভাল নহয়। ভঁৰালৰপৰা উলিয়াব লাগিব নহয়। কালিলৈকে নিবিহি নহলে।"

"আজিৰ সাজ অঁতাকৈ চাউলকে কেইটামান দিওঁনে পিতাই?" আঘোণাৰ মাত শুনি বাপেকে উলটি চালে।

"চাউল জানো হব? পাৰ যদি দেগৈ।" সিনো মোৰ ঘৰত কোন কাহানি চাউল বিচাৰি আহিছে।"

আঘোণা ভিতৰ সোমাল। অলপ পিচতে চাউল এমোনা আনি লখি বায়নৰ হাতত দিলেহি। মোনাটো কাষলতি চেপত সুমুৱাই লৈ বায়ন বহাৰপৰা উঠিল।

"উঠিলোঁহে ককাই।"

"যাগৈ বাৰু। চাউল কেইটা সিজাই-পকাই ল'ৰা-ছোৱালীৰ মুখত এটেপা দেগৈ।"

"কালিলৈ হাটৰ বাৰ নহয়নে দেদাই?"

"এৰা হে, ভাল কথাটো মনত পেলালি।"

"আগ বেলাৰ ভাগতে ধানকেইটা নিবাহি। ভাটি বেলা আকৌ হাটলৈ যামগৈ নহয়।"

"ময়ো যাব লাগিব। পাণ কেইগুছিমান নিলেহে নিমখ-তেলৰ খৰচটো ওলাব। মৈটাটোও ভাগিল। পৰায়েই মছিল। কিবা এটা আজিয়েই কৰিবগৈ লাগিব, তেহে।"

কথা কৈ কৈ মনবৰ বায়নে পদূলিলৈ খোজ ললে।

বহুত দিন কথা এটাৰ পৰিষ্কাৰ উত্তৰ বিচাৰি চেনেহীয়ে গুণা গঁথা কৰিলে। সেইদিনা আঘোণাক বহুৱাই লৈ মনৰ কথা চেনেহীয়ে ভাঙি কব বিচাৰিলে।

"সোনকালেই কিবা এটানো নকৰ কিয়? ক'ৰবাত দি দিয়ে যদি মইনো কি কৰিমগৈ?"

"ইমান সহজেই দিব নোৱাৰে বুইছ?"

"কৈছতো। পিতায়ে জেঠাইৰ লগত কালি কথা পতা শুনিছোঁ। বামুণ বড়িত বোলে ল'ৰা এটা আছে। কামলায়ক ল'ৰা হেনো।"

"কি কামলায়ক অ'।"

"মৌজাদাৰৰ খাজনা তোলা মহৰী।"

"অ' তোৰো তেন্তে মন ঘুৰিছে। এৰা কামলায়ক ল'ৰা এটা পাইছ যেতিয়া···"

"সেইয়া, তই আকৌ পেংলাইহে কৰিছ। মই জানো কাৰবাক মন দিয়া দেখিছ তালৈকে..."

"বলোকো দিয়া নাইনে? বলোৰ লগত তোৰ বোলে···।"

"ইমান অবিশ্বাস নে তোৰ?"

"কান্দিলিয়েই দেখোন। ভগবানে তইঁতক চকু দুটা কান্দিবলৈহে দিলে দে।"

"ইমানকৈনো চোভা দেখিব লাগে নে?"

"ধেমালিহে কৰিছোঁ। তাতেনো কান্দিব লাগেনে? মই জানো তোৰ মনটো নাজানো। পিছে কি কৰিবি, বিয়াখন জানো পাতোঁ বুলিয়েই পাতি পেলাব পাৰি? ধন-ধান, গহনা-গাঠৰি কমবিলাক লাগিব জানো? এইবাৰ আঘোণতে পাতিম বুলিয়েই ভাবিছিলোঁ। তাতো বিধি-পথালিখন নেদেখিছ। বানপানীয়ে আশা গোটেইবোৰ উটুৱাই নিলেগৈ। ধান যে নাপালোঁৱেই; কুঁহিয়াৰ ডৰাও মাৰিলে। ঘপহ কৰে নো কিটো কৰিম পৈ।"

"আইন ব্যৱস্থা এটাকে নকৰ কিয় ?"

"কেনে প্ৰকাৰৰ ?'

"ই: মইহে কব লাগে।" চেনেহীৰ লাজ লাজ লাগিল।

"পলুৱাই নিয়াৰ কথা কৈছ ?"

"আৰু জানো ব্যৱস্থা নাই ?"

"থাকিলেও সেইবোৰ ব্যৱস্থা আমাৰ বাবে নহয় দেই। আমাৰ গুষ্টিত তেনে কাম হোৱা নাই। গাওঁবুঢ়াৰ ঔৰষত জন্মিছোঁ। সমাজে বেয়া বোলা কাম নকৰিম কিন্তু। দস্তুৰ মতে খোজাবঢ়া কৰিহে বিয়া পাতিম।"

"পাতিম পাতিমকৈ থাকিলেই নহব নহয়। বিয়াখন পাতিয়েই পিতাই হেনো তীৰ্থলৈ যাবগৈ। মইহে পিতাইক বন্দ কৰি ৰাখিছোঁ। ভাবি চাচোন বাৰু।"

"বছৰটো ঘুৰিবলৈ দে। মইতো গুণা-গঁথা কৰিয়েই আছোঁ।"

"পিচত যদি তহঁতৰ ঘৰে মোক বিয়া নকৰাওঁ বোলে ?"

"সেইটো কেনেকৈ হব ? মইহে বিয়া কৰাম। মনে খোৱা ছোৱালী নাপালে ময়ো বিয়া নকৰাওঁ। ঘৰ এৰি ক'ৰবাত বৰাগী হমগৈ চাই থাকিবি।"

"সঁচানে ?"

"ওঁ।"

চেনেহীয়ে পাতলকৈ হাঁহিলে। আঘোণাৰ মনটো হঠাতে চঞ্চল হৈ উঠিল। বহাৰপৰা উঠি চেনেহীৰ কাষ চাপি গ'ল।

"বৰ ধুনীয়াজনী হৈছ অ'। ওৰণি ললে আৰু ধুনীয়া লাগিব নহয়।" আঘোণাই চেনেহীৰ হাতত থাপ মাৰি ধৰিলে। লাজত চেনেহীয়ে হাতেৰে মুখখন ঢাকিব খুজিলে। চেনেহীৰ মূৰটো বুকুৰ মাজলৈ সুমুৱাই লৈ আঘোণাই মৰমেৰে হাত বুলাই দিলে। চুলিৰ মাজৰপৰা সেমেকা গোন্ধ এটা আহি তাৰ নাকত লাগিলহি। চেনেহীয়ে ঘন ঘনকৈ উশাহ ললে। ইমান ভয়নে এইজনীৰ : সি ভাবিলে।

"জোনাকটো বৰ বঢ়িয়া হৈছে নহয় বাক ?" আঘোণাৰ মাতটোও কঁপি গ'ল।

"ওঁ।" চেনেহীয়ে ওপৰলৈ মু কৰিলে।

"এইটো পূৰ্ণিমা গলেই ৰাসৰ পূৰ্ণিমা পৰিব কিজানি ?"

"পৰিব হবলা।"

"এইবাৰ ৰাস চাবলৈ নাযাবি জানো ?"

"জেঠায়ে মাতিয়েই গৈছে।"

"ময়ো যাম কিজানি।"

"সময় পৰকচোন বাক।"

"চাওঁ এৰি দেচোন। পিতাই আহিছে হবলা। নঙলাত শব্দ শুনিছোঁ নহয়।"

আঘোণাৰ বুকুৰপৰা ওলাই চেনেহী একে চোঁচাই ভিতৰ সোমালগৈ। আঘোণাই পদ এফাঁকি কুন্‌কুনালে—

"নাম লোৱা, ভাই ভকত ভৈয়াই, নামত নকৰিবা হেলা... ।"

ছুৱাৰখন হেঁচুকি নামলগোৱা ভিতৰ সোমাই আহিল।

"আহিলানে বৰপিতাই ?"

"আহিলোঁ দে কোনোমতে। সূত্ৰধাৰীয়ে পুথি পঢ়োৱা অকণ পাতিছিল। সোনকালে আহিম বোলোঁতেই বেলি হ'লগৈ।"

"ময়ো তোমাক নাপাই যাবলৈকে ওলাইছিলোঁ। তাই আকৌ ভয় কৰে বোলে। অলপ বহিলোঁ আক।"

"ভাল কৰিলি বোপাই। আইজনী, হোঁচোন, পৰসাদ এমুঠি ককায়েৰকো দেহি।" গামোচাৰ আগত বান্ধি অনা টোপোলাটো মাটিতে থৈ নামলগোৱা বাহিৰলৈ ওলাই গ'ল। প্ৰসাদ এমুঠি খাই আঘোণাও বাহিৰলৈ ওলাল। জোনৰ পোহৰ পৰি বাহিৰৰ পৃথিৱীখন বৰকৈ ৰূপহী হৈ উঠিছে। আঘোণাৰ মনটোৱে উন্মাহত নাচিলে।

পথকৰা বাটত মনবৰ গায়নক দেখা পাই আঘোণাই মাত লগালে : সক দেদাই, কথা এটা শুনিছোঁ দেখোন ?"

"শুনিছ যদি হয় আক।"

"এতিয়াও জানো সেইবোৰৰ বয়স আছে ?"

"ঘৰখন নচলে দেখিছে ভাবিছোঁ।"

"মিছিৰামৰে নাপাত্তিলা কিয় ?"

"বৰ ল'বাৰ বিয়াখন জানো পাতোঁ বুলিয়েই পাতিব পাৰি ?"

"তোমাৰখন হলে পাৰি, নহয় জানো ?"

"বিয়া বুলি নধৰিবিচোন। খাকমণি পিন্ধাইছে আনিম। বাটলু তিবোতা এজনীক বিয়া কৰাই ধন ভাণ্ডিবলৈ কি গৰজটো পৰিছেনো ?"

"আকৌ মন নেমেলাই ভাল আছিল। বিষয় জঞ্জালবপৰা সাৰিছিলা। ভালেই হৈছিল। ল'ৰা কান-সমনীয়া হ'ল। বং-বহইচেৰে বোৱাৰী আনিব লাগে। তাকে নকৰি তুমিহে আকৌ তিবোতা বিচাৰিলা ? হোঁ।"

"এই চাৰি-পাঁচটাকৈ লৰা-ছোৱালী। ঘাই মানুহ এজনী নহলে গিৰস্তিখন চলে কেনেকৈ তইঁতে ক'লেই হ'লনে ? মইহে জানিছোঁ।"

"ওঁ। তুমি যে গাই ফুৰা সেই পদ জোটা—"দশন বিহীন কুৰ্ত্তা যেন, হাড় চোবাই বাক নপাৰয়···, পিচৰ ছে'ৱা পাহৰিলোঁৱেই। পদজোটা তোমাৰ গাতে বজিতা খাব যেন পাওঁ।"

"থ থ। দাঁত-চুলি গ'ল বুলিয়েই বুঢ়া বুলি নধৰিবিচোন।"

"যমে আসৈ পাব নহয়নে ? সেইবোৰ যি কৰা কৰি থাকা। আমাৰ টকাকেইটা কিন্তু সোনকালে দিবা।"

"তোহঁতৰ টকাকেইটা খাব নাখাওঁ দে। লাগিলে সুদকে লবি। ছকুৰি আনিছিলোঁ, আঢ়ৈ কুৰি দিম। ভয় কৰিব নালাগে।"

"সুদ-বিবাজ নলওঁ কাৰণেই হবলা আজি দুবছৰেও মূল টকা কেইটাকে দিয়া নাই।"

"দিওঁ দিওঁকৈয়েতো আছোঁ। বিপদবোৰ দেখা নাই জানো? মাহ-সৰিয়হ কেইটাকে বেচি জোৰা-ফন্দা মাৰিছোঁ। অহা বাৰলৈ খেতি হলে ধাৰ-ঋণ মাৰি আহৰি হমগৈ।"

"এই বাৰেই দিব লাগিব। বিয়া-বাৰুৰ লেঠা আমাৰো আছে নহয়।"

"বাৰু পাতচোন। ছা-ছোৱালীৰ দিহা হৈছে জানো? নে ঠিক হৈয়ে আছে?"

"ঠিক হোৱা নাই যদিও ঠিক কৰিবতো লাগিব।"

"নামলগোৱাৰ ছোৱালী জনীৰ লগত বোলে···। বাইজক জলপানটো খুৱাৰ্নি আকৌ ··।"

"খাবলৈ পাবা দিয়া। ছোৱালী ঠিক হলে জানিবাই নহয়। টকাখিনিৰ দিহা কিন্তু সোনকালে কৰিবা।" আঘোণা বাটে বাটে গ'লগৈ। ভাটী বয়সত বিয়া পাতিবলৈ লৈ কি নোহোৱা কামটো কৰিলে মনবৰ গায়নে নুবুজিলে। মানুহবোৰে কিন্তু গায়নক ভাল নুবুলিলে। এৰা, টুটকীয়া নহলে গাওঁ নবহেই। বাপেকৰ এনে কাণ্ড দেখি মিহৰামহঁতেও অপমান বোধ কৰিলে। গৃহস্থীখনত অশান্তিয়ে দেখা দিলে। ল'ৰা-ছোৱালীকেইটা এফলীয়া হ'ল। গায়ন-গায়ননীয়ে অকলে সংসাৰ আৰম্ভ কৰিলে। মিহিৰামহঁতক মাটি-বাৰীৰ ভাগ নিদি ঘৰৰপৰা খেদাই দিয়াৰ ভাবুকি দিলে। তেওঁৰ মাটি সম্পত্তিৰ ওপৰত ভোটগিৰি ওলাবলৈ সিহঁতৰ কি অধিকাৰ আছে? মনবৰ গায়ন নাও বুৰিলেও টিঙৰপৰা ননমা বিধৰ মানুহ। সেয়েই তেওঁৰ জীৱনলৈ বিপৰ্য্যয় আনিলে।

আকাশ নিমল হৈ আহিল। লুইতৰ গৰা ওলাল। পথাৰৰ পানী শুকাবলৈ ধৰিলে। তুই-এডাল মৰি খৰিৰ মূঢ়া জিলিকিল।

পলসব মাজে মাজে উলু-বিৰিণা দুই এজোপাই মূৰ দাঙিলে। এধাৰি দুধাৰি মেটেকা ফুলিল। পানী ভেটে চুপহি মেলিলে। ৰ'দৰ তাপত কোমল মাটিয়ে ফাঁট মেলিলে। বাৰিষাৰ শেষত গাৱঁলৈ খৰালি আহিল।

গাৱঁত সমস্যা আৰম্ভ হ'ল। অভাৱ-অনাটন বাঢ়িল। দুৰ্ভাৱনাৰ কুঁৱলীয়ে মানুহৰ মন ছানি ধৰিলেহি। ভঁৰালত এমুঠি থকা বিলাকে দুসাজ খালে। ভঁৰাল উদং হোৱাবিলাকে ল'ৰা-ছোৱালীৰে সৈতে অকণ পৰিয়াল একোটি লৈ হাঁয় হাঁয় কৰিলে। তামোল-পান, শক-পাচলি গছ-বাঁহ বেচিও মানুহে দুসাজ উলিয়াব নোৱাৰা হ'ল। দুই-চাৰিয়ে টৌ-চৰিয়া, লোটা-ঘটি, গহনা-গাঁথৰি বন্ধকীত থলে, দুই-এক কাহিয়নে ধন বিচাৰি হাঁহাকাৰ কৰিলে। সুবিধা চাই দুহৰনালে দলিয়ন অনাই টিপ চহী লৈ ৰূপিত মাটি চাফ্ বিক্ৰী লিখাই ললে। ধন-ভঁৰালীয়ে চক্ৰবৃদ্ধি হাৰে ধন লগালে। গাৱঁৰ ভবিষ্যতটো কেইঘৰমান মানুহৰ হাতৰ মুঠিলৈ আহিল। গাৱঁৰ ৰূপ সলনি হৈ গ'ল।

হঁহিমুখৰ গাৱঁে হাঁহিবলৈ পাহৰিলে। হাড়-ছাল ওলোৱা লেৰেলা মানুহৰ কোটৰত সোমোৱা নিস্তেজ চকুবোৰ কাৰুণ্যৰে উপচি পৰিল। মনেপতা বহুত কথা অসফল হ'ল, মনে গঢ়া বহুত স্বপ্ন হেৰাই গ'ল।

গাৱঁলৈ নতুনৰ সোঁত আহিল। সকবাপুহঁতৰ দৰে চেঙেলীয়া ল'ৰাকেইটাই পঢ়াশুনা এৰিলে। লাইব্ৰেৰী সজাৰ পৰিকল্পনা তল পৰিল।

বলোহঁতৰ আগ-চোতালত থকা খেৰৰ ঘৰটোতে ভায়েক অকণমানিয়ে চাং এখন পাতি শুবলৈ লৈছিল। সেয়ে এতিয়া সক বাপুহঁতৰ মন জুৰোৱা ঠাই হ'ল। তাচ-পাশা খেলি, গল্প-গুজৱ কৰি, চাধা-বিড়ি, ভাংধপাত খোৱাৰ সুবিধা অকণ ওলাল। অকণমানিয়ে বেৰ এখন কাটি তাতে খিৰিকী এখন বনালে। ভগা বেৰত ছোৱালীৰ ফটো থকা ছবিৰে টাপলি মাৰিলে। গাৱঁৰ কাৰুণ্যক ফাকি দিয়াৰ বিফল চেষ্টা কৰিলে। গাৱঁৰ মাজত দুটা মতৰ সৃষ্টি হ'ল পুৰণিনতৰ পহৰাদাৰ

বুঢ়া-মেথাই আঠুৰ তলত মূৰ সুমুৱাই ঘুমনি মাৰিলে ; নতুন মতৰ সৰু-বাপুহঁতে লুঙি, ঠেঙা পিন্ধি পাৰঁলৈ নতুন চিন্তা, নতুন ভাব বহন কৰি আনিলে। আঘোণাহঁতৰ দৰে মজলীয়াচামৰ চিন্তাত আউল লাগিল। চেনেহী, কণমাই, দেহমাইহঁতৰ যৌৱন মৰহি গ'ল। মইনা, বীনা, ভন্টিহঁতক চকুলৈ উৰণীয়া সপোন আহিল। কেতেকী, ভাদৈ, ৰহিমলাহঁতৰ চুলি বনিয়ালে, দাঁত সৰিল, জীৱনবোৰ অসাৰ অসাৰ লাগিল। ককাই-ভাই, মোমাই-ভাগীন, দদাই-ভতিজাৰ সম্বন্ধেৰে সাঙোৰ খাই থকা সমাজৰ এনাজৰী ছিগি গ'ল। গাৱঁলৈ আগৰ দৰেই তিথি আহিল, সংক্রান্তি পৰিল, বিহুৰ বতৰে দেখা দিলে। মানুহৰ মনবোৰ কিন্তু ক'ৰবাত পঁয়া লাগিল। ভাদমহীয়াও ৰাইজে নাম লবলৈ পাহৰিলে, গুৰুজনাৰ তিথিত ভাওনা পতাৰ কথা সুলিয়ালে। সমাজৰ চিন্তাত বিজুটি ঘটিল। এটা খেলতে থাই, একেটা পালতে গৰু ৰাখিব পৰা অন্তৰখন উৰঁলি গ'ল। খেল ফাটি তিনিখেল হ'ল। গৰুৰ জাকো তিনিটা কৰিলে। মৰাৰ পিচত কেইদিনত স্বৰ্গ পাবগৈ তাকে লৈ বাক্-বিতণ্ডা আৰম্ভ হ'ল। কোনোৰ মতে এঘাৰ দিনত, কোনোবাই তেৰ দিনত, কিছুমানে আকৌ এমাহত প্ৰেতাত্মাটো স্বৰ্গলৈ...যোৱাৰ সময় নিৰ্দ্ধাৰণ কৰিবলৈ উঠি পৰি লাগিল।

মানুহে মানুহৰ ওপৰত বিশ্বাস হেৰুৱালে। আপোন মানুহেই সাত শতুৰু হ'ল। অন্যায়-অত্যাচাৰ, মিছা-ঠগ-প্ৰবঞ্চনাৰ গহৰা গজি মন-পথাৰ জাহকানি কৰিলে। চালৰ লাও-কোমোৰা, হেঁদালিৰ জিকা, তৰৈ, বাৰীৰ তামোল-পান, খৰি-খেৰ, তাঁতি-জেওৰা ৰাখিব নোৱাৰা হ'ল। হাই-কাজিয়া, মেল-মোকৰ্দমা বাঢ়িল বৰ-সৰুৰ বাচ-বিচাৰ নোহোৱাত পৰিল।

বুঢ়া নামঘৰৰ চাল উৰঁলিল। চৌঘৰত আঁৰি থোৱা ৰাৱণ, কুম্ভকৰ্ণ, গৰুড়ৰ মুখা ভাগি-ছিগি গ'ল। হেঙুল, হাইতাল ঘঁহি বনকাৰবোৰ খনিকৰে তুলি ধৰিব নোৱাৰা হ'ল। মণিকূটৰ বেৰ বতাহত খহিল।

বাটি-বুটি বান্ধিবলৈ কাৰো মনে নেখেলালে। নামঘৰৰ চাৰিও কাষ বৰকচু, ভেদাই তিতাৰে অৱণ্য হ'ল। গাওঁৰ বুঢ়া-ডাঙৰীয়া কেনিবা পলাল। আঘোণাইতৰ আগ কুঁহিয়াৰ ডবাত কোনোবাই জুই লগাই দিলে। পেটমলইঁতৰ গোহালিৰপৰা বলদ এটা চুৰ কৰি নিলে। সকধনইঁতৰ সীমা ঠেলি গেবেলাইঁতে হাল জুৰিলে। হালৰ তলীত টঙনা-টঙনি কৰি সকধনৰ ভায়েক মৰিল; গেৱলেৰ সোঁবাহুখন সুলকিল। সুস্থ-সবল সমাজ-ব্যৱস্থাত কেৰোণ লাগিল। সহজ-সৰল জীৱনৰ গতি সলনি হৈ আহিল।

"শনিবৰীয়া হাতলৈ নাযাবি জানো ককাই?"

"যাম হবলা। কিবা সকাম আছে নেকি?"

"মজলীয়া সূতা দুমুঠিমান আনিব লাগিছিল। তাত জুটি আকৌ বান্ধতেই থাকিল নহয়। টকা দুটাও গোটাই থৈছোঁ।"

"ক'ত পালিনো?"

"পিতায়ে কৰ নোৱাৰাকৈ ভলুকা বাঁহ দুটা বেচিলোঁ। গম পালে আকৌ খং কৰিব নহয়।"

"দুমুঠিহে লাগে।ময়েই লৈ আহিম দে। টকা নালাগে।"

"হাতত আছে যেতিয়া লৈয়েই যাচোন বাক। তইনো ক'ত পাবিগৈ?"

"মাহ অলপ হাটলৈ নিওঁ বুলিছোঁ। বেচিলেই পইচা ওলাব। তোৰ টকা দুটা থৈ দেচোন। নিমখ-তেলকণৰে জোৰা মাৰিবি।"

চেনেহীয়ে একো নামাতিলে। আঘোণাই নামলগোৱাৰ লগত ভিতৰুৱা কথা দুটামান পাতিলে। বটাত থকা তামোলখন সেলেঙি লগাই চোবাই ঘৰলৈ বাট ললে।

সন্ধিয়া লাগোঁ লাগোঁ হওঁতেই আঘোণা হাটৰপৰা আহি ঘৰ

সোমালহি। সূতা ছুমুঠি কাষলতিৰ চেপত লুকুৱাই লৈ চেনেহীহঁতৰ ঘৰত ভৰি দিলেহি।

"আহিলিগৈনে ককাই? গধূলি কৰিলিচোন?"

"অথনিয়েই পালোঁহি। জিৰাই-শঁতাইহে ওলাই আহিছোঁ। এই ছুমুঠি হৰনে চাচোন।"

চেনেহীয়ে সূতাখিনি হাতলৈ ললে: "কেনেকৈ ললে?"

"চৈধ্য অনাৰ খোপকে নলবায়। মইহে বোলো বাৰ অনাকৈ নিয়েই আছোঁ। হাট নহৈ গাৱঁত হোৱা হলে তাক ঘুচিয়াই দাঁত সকুৱালোঁহেঁতেন।"

"চৈধ্য অনাকৈয়েই ললে তেন্তে?"

"বিচাৰিলেই দিমনে? তেৰ অনা ছুপইচাকৈ দিলোঁ।"

"হওক দে, কাপোৰ জুটি শালতে শঁয় পৰিছে। এতিয়া ওলাবগৈ তেও।"

"আগতেই নকলি কিয়নো? ইমান দিনে কাপোৰ ওলাই গ'লহেঁতেন।"

"ক'ম ক'ম বুলিয়েই ভাবিছিলোঁ; কবহে পৰা নাছিলোঁ।" সূতা ছুমুঠি কাগজেৰে মেৰিয়াই চেনেহীয়ে ভিতৰৰ ফালে খোজ দিলে।

"এইটোও লৈ যা।"

"কিনো?"

"তেল এচিচা আনিছোঁ। এইটো তেল ঘঁহিলে চুলি বাঢ়ে বোলে।"

"এ আই, কেলৈনো আনিলি? আমি জানো এইবোৰৰ লায়েক?"

"চুলি বঢ়ায়েই নহয়। গাটোও হেনো ফুল ফুল গোন্ধায়। মানুহবোৰে কিনা দেখিয়েই তোলৈ মনত পৰিল। ভাবিলোঁ, লৈয়েই যাওঁ এচিচা।"

চেনেহীয়ে বটলটো এবাৰ শুঙি চালে। কাকটো খুলি এচলু

সানি চাবৰ মন গ'ল। গোক্কোৱা তেলৰ মিঠা মিঠা গোন্ধটোৱে ৰবকৈ হেঁপাহ লাগিল।

"ৰৰপিতাই ক'ৰবালৈ গ'ল নেকি ?"

"আজি এসজীয়া নহয়। ভাত-পানীৰ ঠিক নাই। কেনিবা ওলাই গৈছে।"

"মতা মানুহ হৈ সদায় বন্ধা-বঢ়া কৰি খোৱাও কম কথা নহয় দে।"

"কি কৰিবিনো। কপালত সাধি আহিছে আৰু।"

"হয় অৱশ্যে। কপালখনেই ফুটা। নহলেনো কান-সমনীয়া ল'ৰাৰ মুখ খায়নে ? ভৰ বয়সতে বৰলা হয়নে ?" কথা কৈ কৈ আঘোণা বহাৰপৰা উঠিল।

"যাওঁ দে সোনকালে শুই থাকোঁগৈ। ভৰি দুটা কঁপিয়াই ধৰিছে।"

"যা বাৰু। আহিবিচোন।" চেনেহীয়ে দুৱাৰখন মোকোলাই দিলে।

বলোহঁতৰ চোতালত থকা খেৰৰ ঘৰটোত বহি সকৰাপুহঁতে নতুন কথা কিছুমান আলোচনা কৰিলে। মহীকান্তই নতুন চিন্তা এটা দাঙি ধৰিলে।

"আচল কথা হ'ল গাৱঁৰ মানুহবোৰে লিখাপঢ়া নাজানে। পৃথিবীখন কিমান আগবাঢ়ি গৈছে তাৰ ভু নাপায়। সাতাম পুৰুষীয়া নীতি-নিয়ম কিছুমানকে বেদবাক্য হিচাপে মানি আহিছে। নতুনৰ প্ৰতি আগ্ৰহ নাই।"

"তোৰ নিচা অলপ বেছি হ'ল নেকি অ' ?"

"কেনেকৈ ধৰিলি ?"

"কথাতেই বুজিছোঁ। নহয়, তোক পাইছেগৈ। আৰু এটান মাৰিবি নেকি ?"

"নিচা নালাগিলে এইবোৰ কথাত চকু নপৰেই। এইবোৰলৈ ভই-মৰেই মন নকৰিলে নিগনা মোমাইহঁতে কৰিবনে ? লিখা-পঢ়া ছুটা শিকি লৈছোঁ। যেতিয়া গাওঁখনৰ কথাও ভাবিব লাগিব দেচোন।"

"হয় অৱশ্যে। পিছে ভাবিনো কি অন্ত পাবি। তোৰ-মোৰ কথা নো শুনিব কেইটাই ?"

"কোনোবাই শুনিব নোখোজে নালাগে শুনিব। আমি কাম কৰি যাওঁচোন।"

"কি কামনো কৰোঁ বুলি ভাবিছ ?"

"গাৱঁৰ ডেকা ল'ৰাখিনিক গোটাই কমিটি এখন পাতোঁ। বাটটো বাৰিষা হলে আঠুৱনীয়া বোকা হয় দেখা নাই জানো ? পোনাই পজাই মাটি দিওঁ। বাটৰ কাষৰপৰা গোবৰ-জাবৰৰ দ'মবোৰ আঁতৰাই দিবলৈ মানুহক বুজাওঁ, নামঘৰটোও মেৰামতি কৰিবৰ হ'ল।"

"ওঁ, ঠিক ধৰিছ দে। এইবোৰ অৱশ্যেই কৰিব পাৰি।"

"অকল সেয়ে নহয়, ডাঙৰ কথা হ'ল আমাক স্কুল এখন লাগে। লাইব্ৰেৰীলৈ তোলা টকাখিনিতো আছেই।"

"খোলৱেই যেনিবা স্কুলখন। গাৱঁৰ ল'ৰা জানো পঢ়িবলৈ আহিব ? ঘাই শাক মৰলীয়া মাষ্টৰ পাবি ক'ত ?"

"আমাৰ ভিতৰতে উলিয়াব লাগিব। সৰুবাপুকে মাষ্টৰ পাতি দিম।"

"ওঁ, শুনিলি সৰুবাপু। তোৰ তেন্তে কপালহে ফুলিল।"

"কথাটো বেয়া নহব কিন্তু।" টলকা মাৰি শুনি থাকি সৰুবাপুৱে মাত লগালে।

"লিখা-পঢ়া শিকি চালাক-চতুৰ নহলে উঠি অহা ল'ৰা মখাও তললৈ যাব। নাঙলটোৰ ওপৰতে ভৰষা কৰি থাকিলে সদায় নচলিব নহয়। পাম-পথাৰো আমাৰ মানুহৰ নাই। পঢ়াশুনা ছুটাই জানিলে যেনিবা মৰণ নাই। কি কৱ কণল'বা ?" সৰুবাপুৱে কলে।

"হয়তো। তিখৰ বহুৱাৰ পিতেক ভেদোৰ নো কিটো আছিল। ক-ক ম-ম দুটা শিকিয়েই জিলা পালেগৈ নহয়। পহিলাতে পাখাহে টানিছিল। এতিয়া বোলে পিয়ন কামত সোমাল। নামটোও সলাই ভদ্ৰকান্ত শইকীয়ানে হাজৰিকা কিবা এটা কৰিলে। বিদ্যা নোহোৱা হলে পাৰিলেহেঁতেন জানো?"

"হয়দে। সিদিনা নমাটিৰ বাইদেউহঁতৰ তাত তাক পাইছিলোঁ। ভেদো ক'ৰপৰা আহিলি অ' বুলি সুধিবলৈহে পালোঁ, সি তেনেই জলজলাই আহিল নহয়। কলে বোলে তহঁতে একো নুবুজ বুইছ। খাচ গাৱঁলীয়া হৈয়ে আছ। মোৰ নাম এতিয়া ভদ্ৰকান্ত হাজৰিকাহে। হাজৰিকা বুলি মাতিবি।"

"বুজিলি এতিয়া। ধূলি-বালিৰে খেমালি কৰি নাঙল চোঁচৰাই থাকোঁতেই দুনিয়াখন বহুত আগবাঢ়ি গ'লগৈ। সভ্যতাৰ লগত খোজ মিলাব নাজানো দেখিয়েই আমাক মানুহে মানুহ বুলিয়েই নধৰে।"

"হেঃ হেঃ তই দেখোন বৰকৈ আগ বাঢ়িলি একা?" এধানে ঢেক্‌ঢেকাই হাঁহি দিলে।

"আক এঠাল আন দে অকণমানি। আক এচিলিম বনাওঁ।"

"ধেৎ। বৰ বৰকৈ নকবিচোন। বলোকাই ঘৰতে আছে।" অকণমানিয়ে এধানক সাৱধান কৰি দিলে।

"তাক বাটৰ ফালে ওলাই যোৱা যেনহে দেখিছিলোঁ।"

"নাই যোৱা।"

"বলোকায়ে বোলে চেনেহীক আনিবলৈ ঠিক কৰিছে। তইঁতে শুনিছনে নাই অ' অকণমানি?" সক সককৈ এধানে কলে।

"মানুহে হিংসাত হে উলিয়াইছে। তাই সকবাপুৰহে নবৌয়েক হবগৈ।"

"মাজুকায়ে তেনে কাম নকৰে অ'। পঢ়-শুনা নাজানে যদিও সি কথাৰ মানুহ। ছোৱালী পলুৱাই নিয়া, পলাই যোৱা, জোঁৱাই-খটা, এইবোৰ সি ভাল নাপায়।" সকবাপুৱে প্ৰতিবাদ কৰিলে।

"তাতে বোন্দাপৰ দি থাকেগৈ দেখোন ?"

"আগৰপৰাই অহা-যোৱা কৰি থাকে। বেয়া মতলব তাৰ নাই।"

"থ, থ। তই জানো তাৰ পাচে পাচে ফুৰিছ ? উঠনা খোৱা ছোৱালী তাই। ছয়োটাকে ঠগাবগৈ চাই থাকিবি।"

"তইঁতে আকৌ বাজে কথা উলিয়ালি।" মহীকান্তই আকৌ কথা কোৱাৰ প্ৰস্তুতি কৰিলে।

"তইঁত বহ দে। মই যাওঁৱেই। গৰু-গাই আহিবৰে হ'ল নহয়। পিতায়ো ঘৰত নাই।" এধান বহাৰপৰা উঠিল।

"আমিও যাওঁ। মহীকান্তৰ কথাই পেট নভৰাই নহয়। ব'ল সৰুবাপু।" আটাইকেইটা বাহিৰ ওলাল। অকণমানিয়ে দুৱাৰ-খনৰ দাংডাল লগাই দিলে।

মাঘমহীয়া যে নহলেই, ফাগুনৰো শেষ পৰ পালেহি, বৰষুণ এজাকো নহ'ল। কাৰোবাৰ মাটি কহাই থোৱাতে থাকিল, কোনোবাই সমাৰ বালে। ঠায়ে ঠায়ে তিনি সীও পৰিল। শুকান চপৰাবে পথাৰ গোটেইনখন ওখোৰা-মোখোৰা হল। বৰষুণ নহলে দলি মৰিয়াবে ইমানবোৰ চপৰা ভাঙিব নোৱাৰি। হাল জুৰি হালোৱা বিবুদ্ধিত পৰিল।

"হাল মেলিলিয়েইচোন আঘোণাকাই ?"

"নেমেলি কি কৰিবি। নাঙল লাগিলেহে হৈছে। মিছাতে গৰুহালক কষ্টখন দিওঁ কেলৈ। আওঁচটোৱেই নাযায়-সুপুৰাই লাগি গৈছে।"

"ভাত বান্ধিবও লাগিব নহয় হবলা ?"

"সেই পালিতো আছেই।"

"সৰুবাপুৰেও দেখোন ভাত কেইটাৰ দিহা কৰিব পাৰে ?"

"পাৰেতো, নকৰিলে কি কৰিবি। চাপৰিলে জানো মেঘ এৰায় ?"

"বিয়াখনকে পাতি নেপেলাৱনো কিয় ?"

"বিয়াখন জানো পাতোঁ বুলিয়েই পাতিব পাৰি ? অভাৱবোৰ দেখা নাই ?"

"অভাৱ আৰু থাকিবই। শুভকাৰ্য্য শীঘ্ৰে কৰায়েই ভাল ,"

"হওঁতে হয়, বছৰটো ঘুৰকচোন বাৰু। বহাগমানতে কিবা এটা কৰিবগৈ লাগিব।"

"সৰুবাপুৰেও বোলে ডালিমীক আনো বুলিছে, হয়নে ?"

"ডালিমীক আনিব ? তোক কোনে কলে ?"

"শুনিছোঁ আৰু। নামঘৰৰ বাট-চ'ৰাত বোলে কোনোবাই কাগজ আঁৰিছে।"

"কাগজ আঁৰিছে। কি বুলি আঁৰিছে ?"

"তাই বোলে গা ধোৱা নাই। দুমাহ নে কি হৈছে।"

"সঁচাকৈয়ে কৈছনে গেবেলা ?"

"মিছা কবলৈনো কিহে পাইছে।"

"কথা তেন্তে ভালেখিনি আগ বাঢ়িছে। বলোইঁতৰ ঘৰত চুৱা চেলেকিবলৈ পাইছে। বুইছ গেবেলা, পিতাইতো গলেই, ডাঙৰ-টোৱেও লগ এৰা দিলে। তাকে ডাঙৰ মানুহ কৰিম বুলি ভাবিছিলোঁ। আখৰৰ চুক এটাও চিনি নোপোৱা কথা মানুহ আমি হয় যদি সিয়েই কিবা এটা হওকগৈ। দেখিলি এতিয়া সি কি খনত লাগিলগৈ। সিইঁতৰ ঘৰলৈকে যাব নাপায় নহয়। আজিকালি মানুহৰ কি বিশ্বাস আছে।"

"সেইটোতো হয়েই। আহদি চাহদিও কৰিব পাৰে। দেখনিয়াৰ ল'ৰা, তাতে পঢ়া-শুনাও জানে। যেনে-তেনে হাত কৰিবলৈ চাবই।"

"যাব লাগে কিয় ? সিহঁতৰ লগত আমাৰ কিহৰ সম্পৰ্কটো।"

"সিহঁতৰ চোতালত থকা ঘৰটো যে দেখিছ, সেইটোৱেই আচল পুহকৰ। তাতে সিহঁতে ভাং-ধঁপাত হোপে, খানা খায়। তাচ-পাশা খেলে। তাতেই সৰুবাপুৰ লগত ডালিমীৰ চাগৈ লেনদেন হয়। নহলেনো কথাটো ওলাইনে ?"

"দেখা যাব বাৰু। সি বাৰু তাইক পলুৱাই আনিব নেকি অ' গেবেলা ? তই কি শুনিছ ?"

"আনিব কিজানি। এধানে কোৱা শুনিছোঁ, সি বোলে তাইক নেবে।"

"নেৰিব, হোঁ। বলোৰ দৰে কুকুৰ এটাক জেঠেৰি বুলিবলৈ যাম। চাই থাকিবি। কাৰ মূৰ ক'ত যাব তায়েন্ নহব। মই থাকোঁ মানে সেই শূৰ্পনখাজনীক ঘৰ সুমুৱাব নোৱাৰিব।"

"কি কৰ কৰি থাকিবি। কথাটো কিন্তু মই কোৱা বুলি সুলিয়াবি। সিহঁত তেনেই গুৰু-গোসাঁই নমনা ল'ৰা। ক'ৰবাত আকৌ কাজিয়া লগাবগৈ।"

"নাই, নাই। উলিয়াবলৈ যাম কিয় ? কথাটো কৈ ভালেইহে কৰিলি।"

"এৰা লগোৱা যুঁজুৱাধন ভাল নাপাওঁ। তোক কথাটো জনাই থলোঁ—পাচত আকৌ অসন্তোষ কৰিবি নহয়—আগতে নকলি কিয় বুলি।"

"বল বাৰু। তেনে কাম কিন্তু হবলৈ নিদিম। মোৰ আপোচনে ছোৱালী আনিলে ভাই বুলি কিন্তু চাই নাথাকিম।"

ফাগুনৰ শেষত এৰা-ধৰাকৈ হুজাকমান বৰষুণ পৰিল।

কামৰ ধুম্-ধাম বাঢ়িল। এইটো জিপতে ধান মৰা গজাৰ নোৱাৰিলে আকৌ হয়তো খৰহে টানিবগৈ। দিনে-নিশাই হালোৱা

পথাৰৰপৰা নহাই হ'ল। গোট মাটি দিনত চহালে। চাহ মাটিত শেষ বাতিবেপৰা হাল জুৰিলে। জোনাকটোও শেহভীয়া হ'ল। ৰাতি হাল বাবলৈ জুটি লাগিল। বতৰ পাই খৰখেদাকৈ ধান মৰা পেলাই আঘোণাই নাঙল তুলিলে।

বহাগ আহিল। গছে পাত সলালে। গাৱঁত থাকি ভাল লগা হৈ আহিল। আঘোণাই ঘৰৰ কামত হাত দিলে। মাৰল ঘৰটোৰ বেৰ কেইখন বান্ধি-চাটি ভালকৈ লগালে। মূধত বেং এখনকৈ দিলে। গোবৰ মাটিৰে লিপি ভগা বেৰৰ ফুটাবোৰ মাৰিলে। বিয়াৰ বাবে এপদ-দুপদকৈ বস্তু-বাহানি গোটালে। নামলগোৱাক কথাটো কাণ ছোৱালে। দিন-বাৰ চোৱাই নামলগোৱায়ো বিয়াৰ আয়োজন কৰিলে। বিয়াৰ নামত চেনেহীৰো মন উতলা হ'ল। পলাই যোৱাতকৈ, চাপি সোমোৱাতকৈ বিয়া পাতি যোৱাৰ গৌৰৱটো তাই অনুভৱ কৰিলে। দুখীয়া হলেও মৰ্যাদা এটা আছে। আঘোণাৰ লগত বিয়া হোৱাৰ কামনা তাইৰ সফল হ'ল। বাপেকৰ বাবেহে চেনেহীৰ চিন্তা বাঢ়িল। তাইৰ অবিহনে বুঢ়াটোৰ কি গতি হবগৈ। বাপেকৰ কথা ভাবি-ভাবি চেনেহীয়ে চকুলো টুকিলে।

বিয়াৰ দিন লাহে লাহে ওচৰ চাপি আহিল। ৰাইজ গোটাই আঘোণাই ভৰষা জনালে। বিয়াৰ জলপানৰ বাবদ দুয়োঘৰৰপৰা টকা দুকুৰি লবলৈ ৰাইজে সিদ্ধান্ত কৰিলে। গাৱঁলৈ উলাহ-আনন্দ আহিল।

জোবোণৰ আগদিনা।

গাৱঁৰ মূৰত থকা পেহীয়েকৰ ঘৰত ভাত খাবলৈ গৈ সাঁজ লগাৰ আগে আগে চেনেহী ঘৰলৈ উলটিল। এৰাবাৰী ডৰাৰ ওচৰ পাওঁতেই তাইৰ গা সিৰ্‌সিৰাই গ'ল। কেনিও নোচোৱাকৈ বেগাই খোজ লব খোজোঁতেই হাবিৰপৰা বলো আক ল'বা দুটা ওলাই চেনেহীক আগচি ধৰিলে। বলোৰ মূৰ্তি দেখি তাই উচপ খাই উঠিল। বলোৱে চেনেহীৰ হাতত থাপ মাৰি ধৰিলে। চিঞৰিৰ

খোজেঁাতেই তাইৰ মুখত গামোচাৰে সোপা দি দাড়ি লৈ বলোহঁত হাবিলৈ সোমাল। হাবিৰ মাজেৰে আনি পিচ দুৱাৰেদি চেনেহীক বলোহঁতৰ ভিতৰ সুমুৱালেহি। বলোৰ হাতৰপৰা সাৰিবলৈ বহুত চেষ্টা কৰিও চেনেহী ব্যৰ্থ হৈ গ'ল। গাৱঁত তোলপাৰ লাগিল। বলোৰ কাৰ্য্যক বহুতে গৰিহনা দিলে।

গধূলি হাটৰপৰা আহি আঘোণাই কথাটো শুনিলেহি। খং আৰু অপমানত তাৰ ধৈৰ্য্য হেৰাই গ'ল। নানাজনে নানা কথা কলে। বুদ্ধি, পৰামৰ্শ, বুজনি দিলে। আঘোণাৰ মূৰত কিন্তু সৰগ ভাগি পৰিল। বলোৱে ভাল প্ৰতিশোধটো ললে। ৰাতিটো গুণি-গাঁথি পাৰ কৰিলে। পিচদিনা গাৱঁৰ বুঢ়া-মেথা দুজনমান বলোহঁতৰ ঘৰ ওলালগৈ। চেনেহীৰপৰা খাটাং জবাব এটা বিচাৰিলে।

"দেহাটো অশুচি কৰিলেই যেতিয়া উলটি গৈনো কি কৰিমগৈ?" চেনেহীয়ে মেলুৱৈক উত্তৰ দিলে। চেনেহীৰ উত্তৰ শুনি আঘোণাৰ অন্তৰে গুমৰিলে। তাইৰো তেন্তে মতলব! মতলবেই যদি আছিল আগতেই নকলে কিয়? ছোৱালীৰ মন পোৱা কিমান জটিল আজিহে আঘোণাই বুজিলে। মনৰ কথা তাৰ মনতে থাকিল। আশা হেৰাই গ'ল। মনেখন্দা পুখুৰীত পানী বিচাৰি নাপালে। জীৱন যুজঁত সি পৰাজিত হ'ল। বিয়াৰ আয়োজন বন্ধ কৰি দিলে। বহুত আশাৰে সজোৱা শোৱনি কোঠাটো উদং হৈয়েই থাকিল।

নামলগোৱায়ো বলোৰ আচৰণত বিষম বেজাৰ পালে। বল থাকিল বুলিয়েই দুৰ্বলীক এনেদৰে অত্যাচাৰ কৰিব নালাগে। গাৱঁৰ মানুহৰ ওপৰতো পূৰ্বৰ আস্থা হেৰুৱাই পেলালে। তেওঁৰ কথা গাৱঁৰ কোনেও নাভাবিলে, তেওঁৰহে গাৱঁৰ কোনেও একাষাৰ নামাতিলে। দিন-দুপৰতে ছোৱালীজনী ধৰি নিলে। প্ৰতিবাদ কৰিবলৈ গাৱঁত এটা মানুহো নোলাল। খাবলৈ লবলৈ তেওঁৰ মন নোযোৱা হ'ল।

চেনেহীহীন ঘৰখন ৰৰকৈ সুদা সুদা লাগিল। মাউৰী ছোৱালীজনীক কিমান যতনেৰে তুলিলে। তাইৰ অবিহনে তেওঁৰ বুকুখন কিমান উদং হৈ যাবগৈ পাৰে তাক সিহঁতে নাভাবলে। বুকুত জীয়াজুই একুৰা দি ছোৱালীজনী বলাৎকাৰ কৰি লৈ গ'ল।

দুদিনমান মনৰ দুখতে কটালে তেওঁ।

শেষত এদিন বস্তু-বাহানি কেইপদ সম্বন্ধীয়া ভনীয়েকজনীৰ ঘৰত থৈ আহিলগৈ। গুণি-গাঁথি কেনিবা গলাই যোৱাটো ঠিক কৰিলে। সেইদিনা নিশা নামলগোৰাই দুৱাৰৰ দাংডাল জোৰেৰে বন্ধ কৰি দিলে। চোতাল গলাই বাৰী-ঘৰখনলৈ এবাৰ চালে। এয়ে হয়তো শেষ দেখা। ইয়াৰ পিচত পিতৃ-ভিঠা বিচাৰি কোন কাহানি উলটি আহে তাৰ ঠিক নাই। যদি উলটিব নোৱাৰে, হয়তো মাটি-বাৰীবোৰ চেনেহীহঁতে দখল কৰিবহি, নহলেবা নিলগীয়া ভায়েক এটা আছে, সিয়েই লবহি। যি হয় হৈ থাকিব আৰু। দুখনমান তামোল খোৱাৰ সময় নামলগোৱাই টভক মাৰি ভাবলে। চেনেহীৰ মুখখনলৈ মনত পৰিল।

"মোৰ বাচাক যেন কুশলে ৰাখা প্ৰভু।" দুচকুৰে সৰ্‌সৰ্‌কৈ চকুলো বাগৰিবলৈ ধৰিলে। চেলেংকাপোৰেৰে মৰা মুৰৰ পাগটো সুলকিল। চুৰিয়াৰ আচলটো ওলোটাই চকু পানীখিনি টুকি ললে। বাটলৈ ওলাই নঙলাডাল মাৰি আকৌ এবাৰ উলটি চালে। গাওঁ গোটেইখন ঘুৰ্ঘোৰ টোপনিত লালকাল। হাবিৰপৰা জাকি মাৰি ওলোৱা জোনাকী পৰুৱা জাকৰ তিৰবিৰনিটো দূৰৰপৰা ভাল লাগি গ'ল। লাহে লাহে গাৱঁৰ বাটেদি নামলগোৱাই খোজ ললে। কেইটামান পদূলি যাওঁতেই পথৰা কুকুৰটোৱে ভো ভোকৈ খেদি আহিল।

"চেই।" চিনাকি-মাত শুনি নেজ জোকাৰি কুকুৰটোৱে অনুশোচনা জনালে। নামলগোৱাই খোজৰ বেগ বঢ়াই দিলে। দোক-মোকালিতে অহা বেলখনত উঠিবগৈ লাগিব। আৰু সাত

মাইল বাট গলেহে ৰেল পাবগৈ। তাৰ পিচত ৰেলে-মটৰে দুৰণিত ঘুৰি ঘুৰি কোনখিনি ওলায়গৈ তাক ভেওঁ থিৰাং কৰিব নোৱাৰিলে। কাশী, বৃন্দাবন, আৰু নাম নজনা কোনোবা পবিত্ৰ ধামত বাকী কাল-ছোৱা কটাব পাৰিলেই হ'ল। আন্ধাৰৰ মাজেৰে সুৰ-সুৰকৈ খোজ কাঢ়ি নামলগোৱা গাৱঁৰ মূৰ পালেগৈ। আঘোণাইঁতৰ পদূলিত খন্তেক ৰৈ কিবা এটা ভাবিলে। তাৰ পিচত আকৌ আগবাঢ়িল।

চেনেহীক ঘৰত সুমুওৱাটোৱেই আছিল বলোৰ ডাঙৰ জেদ। আঘোণাৰ ওপৰত লব লগা চৰম প্ৰতিশোধ। বলোৰ বাঞ্ছা পূৰ হ'ল। মতা-পুৰুষৰ দৰে চেনেহীক আনি ঘৰ সুমুৱালেহি। ঘৰলৈ অহা লখিমীজনীক কোনেও উলিয়াই দিব নুখুজিলে। বলোইঁতৰ ঘৰখনে চেনেহীক আদৰ-সাদৰ দেখুৱাই আপোন কৰি লব খুজিলে। চেনেহীৰ অন্তৰে কিন্তু একোকে গ্ৰহণ কৰিব নিবিচাৰিলে। বলোৱে তাবিজ এটা আনি চেনেহীৰ কঁকালত আঁৰি দিলেহি। খঙত চেনেহীয়ে তাবিজ দলিয়াই পেলালে।

দুটামান দিন পাৰ হৈ গ'ল। বাপেক ঘৰৰপৰা ওলাই যোৱাৰ খবৰ পাই চেনেহীয়ে বুকু ভুকুৱাই কান্দিলে। অকথ্য ভাষাৰে বলোক তিৰস্কাৰ কৰিলে। বুঢ়াকালত মানুহটোক এনেদৰে আঘাত দিব নালাগিছিল। বলোৰ প্ৰতি চেনেহীৰ ঘৃণা উপজিল। বলোৰ হাতৰপৰা মুক্ত হবলৈ উপায় বিচাৰিলে। আকৌ দুটা দিন পাৰ হৈ গ'ল। চেনেহীৰ ভাবৰ অলপো সলনি নহ'ল। সেইদিনা দুপৰীয়া খাই-বৈ ডালিমী বিছনাত পৰিল। বলোও কেনিবা ওলাই গ'ল। ছেগ চাই চেনেহীয়ে বাঁহৰ তলেদি পেহীয়েকৰ ঘৰলৈ বাট ললে। ঢপলিয়াই পেহীয়েকৰ ঘৰ ওলালগৈ। ওচৰ-চুবুৰীয়াক মাতি আনি পেহাকে কথাটো জনালে।

"তাই বাজী নহলে সিহঁতে জোৰ কৰি নিব নোৱাৰে। আমি আছোঁ নহয়, ভয় কৰিব নালাগে।" গাৱঁৰ মানুহে চেনেহীক সাহস দিলে।

বলোৱে ঘটনাটো শুনিলে। কথাটোৰ বুজ লবলৈ মানুহ এটা পঠিয়াই দিলে। চেনেহীয়ে টান সুৰে জবাব দি পঠিয়ালে। মনৰ মিল নহলে জোৰ-জুলুমেৰে মানুহক ৰখাবলৈ কিমান টান বলোৱে বুজিব পাৰিলে। পৰাজয়ৰ গ্লানি এটা অনুভৱ কৰিলে। বুদ্ধিৰে চেনেহীক হাত কৰাৰ উপায় চিন্তিবলৈ ধৰিলে।

পিচদিনা চেনেহীয়ে আঘোণাক মাতি পঠিয়ালে। যাওঁ ন'যাওঁকৈ আঘোণা চেনেহীৰ পেহীয়েকৰ ঘৰ ওলালগৈ। ওলাই আহি চেনেহীয়ে উচুপি উচুপি কান্দিলে।

"এতিয়া কান্দিলে কি হব?" আঘোণাই কিবা এটা কব খুজিলে।

"এইবোৰ কি হৈ গ'ল···।" তাইৰ কণ্ঠ ভাগি গ'ল।

"মই জানো আগতেই কোৱা নাছিলোঁ।— বলোৰ দৰে কুলাঙ্গাৰ এটাক লাই নিদিবি।"

"এনে হব বুলিনো কেনেকৈ জানো?"

"তোৰ মতলব নাপালে সি ইমানখিনিলৈ নামিব নোৱাৰে। তয়েই তাক ইমান লাই দিলি।"

"এয়া মোৰ কপালৰ লিখন। কাকো দোষ নিদিওঁ।"

"তই তেন্তে সিহঁতৰ ঘৰলৈ নোযোৱাটোকে থিৰাং কৰিলি?"

"সিহঁতৰ ঘৰলৈ যোৱাৰ আগতে ডিঙিত ডোল লগাই মৰিম। চাই থাকিবি।"

"এতিয়া মোক কি কৰিবলৈ কয়?"

"পিতাইৰ খবৰটো আনি দে। নহলে আশ্ৰয় এটাকে দে।"

"আশ্ৰয়?" আঘোণাই আৰু একো নামাতিলে। তাৰ মন গ'ল চেনেহীক সামৰি লবলৈ। তেনে কৰিলেও গঞাই বেয়া বুলিব। [illegible]াকৰ পেলোৱা চোৰা বোটলা বুলি যেয়ে সেয়ে হাঁহিব। তাকে

নকৰিলেও হোৱালীজনী অনাথিনী হ'ব। আঘোণাই বহুতো কথা ভাবিলে।

"কেইদিনমান থাকচোন। ক'ব পাৰি কলৈ যায় চাই লওঁ। দিহা এটা লগাব লাগিব আক।" চেনেহীক আশ্বাস এটা দি তাইৰ ওচৰৰপৰা আঘোণা আঁতৰি আহিল। এটা নতুন সমস্যাই আঘোণাক বিমোৰত পেলালে।

আকৌ ছুটামান দিন পাৰ হৈ গ'ল।

পথাৰৰপৰা আহি আঘোণাই হাত-ভৰি ধুলেহি। আন্ধাৰ হৈ অহাত চাকিটো জ্বলাই দুৱাৰখন বন্ধ কৰি থৈ বাহিৰলৈ ওলাল। ককায়েকৰ লগত চেনেহীৰ বিষয়ে আলোচনা কৰাৰ কথা চিন্তা কৰিলে। বিয়া পাতিবলৈ মত দিছিল যদিও এতিয়া হয়তো মত নিদিব। ভাবি থাকোঁতেই পদূলিত সৰুবাপুক দেখা পালে। পিচে পিচে আহি থকাজনী আকৌ কোন? ভাব গা চেবাই গ'ল।

"কোন?" ধমকি দিয়াৰ দৰে আঘোণাই সুধিলে।

"মই।" ভয়ে ভয়ে সৰুবাপুৱে উত্তৰ দিলে।

"সেইজনী?"

"ডালিমী।"

"কিয় আহিছে ইয়ালৈ?"

"ময়েই লৈ আহিছোঁ।"

"পলুৱাই আনিছ?"

"হুঁ।"

"ঘৰত সুমুৱাব নোৱাৰিবি কিন্তু।"

"এইখন ঘৰ অকল তোৰেই নহয়। মোৰো ঘৰ আছে।"

“কি বুলিলি? ধৰ্ম আছে? তোৰ ইমান কলিজা হল?” চোতালৰ আগত পৰি থকা বাঁহ একাল আঘোণাই হাতলৈ ললে।

“খবৰদাৰ, ঘৰত নোসোমাবিহঁত।” আঘোণা দুৱাৰমুখত থিয় হৈ গ’ল।

“সোমামেই।” সকবাপুৱে আঘোণাৰ বাঁহকালত খাপমাৰি ধৰিলে। ছয়োটাৰে মাজত টনা-আজোৰা লগা দেখি কলৈ যাম, কি কৰিম ভাবি পানী পোচাতে ডালিমী পেপুৱা লাগিল।

“তোক শেষ কৰি দিম। তই মোৰ ভাই নহয়, শত্ৰু—শত্ৰু…” আঘোণাই টেঁটুফালি চিঞৰিলে।

“চুপ্।” সকবাপুৱে আঘোণালৈ হাত দাঙিলে।

“হে হে, কি কৰ, এৰ, এৰ।” দেহীৰাম দৌৰি আহি ছয়োটাৰে মাজত সোমালহি।

“মোক এৰি দিয়াচোন।” দেহাৰামৰ হাতৰপৰা এৰাবলৈ আঘোণাই জোৰ কৰিলে। ডালিমী সাউৎকৰে ভিতৰ সোমাই গ’ল। দেহীৰামে আঘোণক পদূলিলৈ হেঁচুকি-ঠেলি লৈ আহিল। নিৰাপদ ভাবি সকবাপুও ভিতৰ সোমাল।

“ঘৰলৈ অহা লখিমীক উলিয়াই খেদিব নাপায়” কপাহী বাইটিয়ে আঘোণাক শান্ত কৰিবলৈ বুজালে। চুকুৰীটোৰ মানুহেৰে চোতাল ভৰি পৰিলহি। আঘোণাই মৰ্মান্তিক বেজাৰ পালে। গাওঁ-বুঢ়াৰ ঘৰৰ ধৰণী গ’ল। মান-সন্মান ধূলিসাৎ হ’ল। আঘোণাই সজাই-পৰাই থোৱা শোৱনি কোঠাত সক বাপুহঁতে চাকি জ্বলালেগৈ।

“তাৰ ইমান সাহ হ’ল, নিধকৰ গঁচটো আনি ঘৰত সুমুৱালেহি।” খঙৰ ভমকত গালি-শপনি পাৰি পাৰি আঘোণা আকৌ চোতাললৈ আহিল।

“যা যা। কাজিয়া-পেচাল নকৰিবি। আনিলেই খেতিয়া হাঁৰবিয়াই মৰিলে এতিয়া কি হব?” দেহীৰামে আকৌ বাধা দিলে।

"সি মোৰ সন্মানত হাত দিলে ভিনিহি। পঢ়াই-শুনাই তাক ডাঙৰ-দীঘল কৰিলোঁ।… " আঘোণাই কথা কব নোৱাৰা হৈ গ'ল। শোকে খুন্দা মাৰি ধৰিলে।

"লোকৰ ছোৱালীজনীৰ আগতে সি মোলৈ হাত দাঙিলে। মই মৰি নগলোঁ কিয়? অস্ অস্…।" আঘোণাই হুকহুকৈ কান্দি পেলালে। চোতালত গোট খোৱা নানাজনে নানা কথা কলে। কাৰো কথালৈ কাণ নিদি আঘোণা গোঁ-গোঁকৈ ভিতৰ সোমাই গ'ল। বেৰত পেলাই থোৱা চোলাটো কান্ধত পেলাই লৈ আকৌ চোতাললৈ ওলাই আহিল।

"মই আৰু এইখন ঘৰত নাথাকোঁ। এই মাটি-বাৰী, সা-সম্পত্তি সকলো তাকেই দিলোঁ। ক'ৰবাত বৰাগী হৈ মৰিমগৈ। ৰাইজ, তোমালোক সাক্ষী থাকিবা।"

আঘোণাই পদূলিলৈ খোজ ললে। দেহীৰামে পিচফালৰপৰা হাতত থাপ্ মাৰি ধৰিলে।

"কলৈ যাবগৈ? ৰহচোন।"

"নধৰিবা ভিনিহি, এৰি দিয়া। মই আৰু সিহঁতৰ মুখ নাচাওঁ। সিহঁতৰ মানত মই মৰিলোঁ।"

আঘোণা একে চোঁচাই পদূলি পালেগৈ। পদূলিত বৈ থকা মানুহৰ জুমটো পাৰ হৈ পিচলৈ এবাৰ উলটি চালে। শোকে আকৌ খুন্দা মাৰি ধৰিলে। মনৰ ভিতৰখনে হুঁহাকাৰ কৰিলে। ঘৰখন চিৰদিনলৈ এৰি যাবলৈ সৎ নোযাৱা হ'ল। যাওঁ-নাযাওঁকৈ কেই-খোজমান আগবাঢ়ি ক্ৰমে খোজৰ গতি বঢ়াই দিলে। + + +